## নৱবৈষ্ণৱ বা সত্ৰীয়া নৃত্য :

'জগতে প্ৰখ্যাত গন্ধৰ্ব সাক্ষাত' কুসুমবৰ ভূঞাৰ পুত্ৰ, 'গীত কবিত্ব'-আদি-'সব-গুণ-সম্পন্ন' মহাপুৰুষ শঙ্কৰদেৱে অসমীয়া জাতিক এক অভিনৱ সংস্কৃতি দিলে। তেওঁ নিজৰ বহুমুখী প্ৰতিভাৰ বলত ধৰ্ম, দৰ্শন, তৌৰ্যত্ৰিকৰ অন্তৰ্গত গীত-বাদ্য-নৃত্য, আৰু কি চিত্ৰকলাৰ ক্ষেত্ৰত নতুন নতুন সৌধ নিৰ্মাণ কৰিলে, যি সৌধ কালৰ খাৰে মামৰে ধৰিও খহাই পেলাব পৰা নাই। তেওঁ অসমক শাস্ত্ৰীয় সঙ্গীত দিলে—বৰগীত, অঙ্কৰ গীত, আৰু আজিও 'নোম-নেগুৰ বৰ্জিত সিও গায় বৰগীত।' তেওঁ অসমৰ হজুৱা বনুৱা, ঢুলীয়া-মুলীয়াৰ শৰীৰত অলঙ্কাৰ পিন্ধাই থৈ গ'ল ধ্ৰুপদী ধাৰাৰ নৃত্যৰ। কিন্তু সংস্কৃতিৰ শিৰৰ মণি এই নৃত্য ধাৰাৰ আজিও শিক্ষিত চৰ্চা হোৱা নাই, গতিকে সি নব্য সভ্যতাৰ হাতে ঢুকি পোৱাৰ আতৰত গাঁৱত ইংৰাজী (নতুন সভ্যতাৰ ভাষা) বা সংস্কৃত (আমাৰ নিজা সভ্যতাৰ বাহক) নজনা লোকৰ মাজত অনাদৃতভাৱে পৰি আছে। তাৰ মাজতে সেই নৃত্য-কলাৰ অনেক অঙ্গ জহি খহি গৈছে। কিন্তু যিখিনি এতিয়াও আছে, সিয়ে জগতৰ চকুত চমক লগাব পাৰে। কিন্তু তাক চপাই-বুটলি লয় কোনে? এয়েহে প্ৰশ্ন।

সত্ৰীয়া নৃত্য সম্পৰ্কে আমি সুকীয়া এটি অধ্যায়ত আলোচনা কৰিম, এতিয়া সেই আলোচনাৰ মুখ নেমেলো।



# সত্ৰীয়া আৰু ওজা-পালি নাচৰ ধ্ৰুপদী স্বীকৃতি

অসমৰ সত্ৰীয়া আৰু ওজাপালি নাচ এক সৰ্বভাৰতীয় ধ্ৰুপদী সংস্কৃতিৰ অন্ত্ৰঙ্গ সম্পদ। কিন্তু আমাৰ কথা হৈছে 'সকলো আছিল, সকলো আছেও, মুগুণো নলওঁ গম।' এইদৰে মুগুণিবৰ আৰু গম নল'বৰ গুণে সেই সম্পদ জহি-খহি গৈছে। কিন্তু যেতিয়া একে ধৰণৰ সম্পদৰ বাবেই ভাৰতৰ আন আন প্ৰান্ত গৌৰৱৰ গৰাকী হৈছে, তেতিয়া আমাৰ স্বভাৱতে প্ৰশ্ন উদয় হোৱা উচিত আমি তেনে গৌৰৱৰ ভাগী হ'ব নোৱাৰোনে? সেয়ে হ'বলৈ অনেক কষ্ট, অনেক সাধনা আৰু অনেক চিন্তাৰ প্ৰয়োজন। ভাৰতৰ প্ৰায় সৰ্বত্ৰ শাস্ত্ৰীয় বা ধ্ৰুপদী নৃত্যকলাৰ ধাৰা সি চৰতি হৈ পৰি আছে। তেও আমি শাস্ত্ৰীয় নৃত্য বুলিলে ভৰত নাট্যম্, কথাকলি, মণিপুৰী আৰু কথক ধাৰাকহে বুজোঁ। এনে ধৰণৰ স্বীকৃতিৰ পূৰ্বতে সমস্ত ভাৰতৰ নৃত্যধাৰাৰ জৰিপ কৰা হোৱা নাছিল বা ভৰতৰ দিনৰপৰা আজিলৈকে ভাৰতীয় নৃত্যৰ ইতিহাসো অধ্যয়ন কৰা হোৱা নাছিল। গতিকে এই চাৰি ধাৰাতকৈ পুৰণি নৃত্যকলাও ক'ৰবাত পৰি ৰ'ল। উদাহৰণ স্বৰূপে অষ্টাদশ শতিকাৰপৰাহে মণিপুৰৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱ নৃত্যৰ কথা আমি পাওঁ আৰু মণিপুৰী নৃত্যৰ সৌন্দৰ্যতো আমি মোহিত, কিন্তু অন্ততঃ ষোড়শ শতিকাৰ শঙ্কৰদেৱী বৈষ্ণৱ আন্দোলনৰেপৰা বৈ অহা সত্ৰীয়া নাচক স্বীকৃতি দিলো ক'তা? ৰবীন্দ্ৰনাথৰ কলাৰুচিয়ে মণিপুৰী নৃত্যক জগতৰ শিৰলৈ টানি লৈ গ'ল, তাৰ পূৰ্বগামী শঙ্কৰী নৃত্যধাৰা থাকিল পৰি। দক্ষিণ ভাৰতত ভৰতনাট্যম্ আৰু কথাকলিয়েই একমাত্ৰ নৃত্যধাৰা নহয়, কিন্তু নৃত্যকুশলসকলৰ হাত পোনতে সেই দুটিত পৰিল বুলিয়েই সিহঁতৰ আদৰ হ'ল, আৰু বাকীবোৰ চুকে-কোণে পৰি ৰ'ল। বাহিৰৰ এই বিভিন্ন নাচবিলাক দেখা পালে তাৰ লগত সত্ৰীয়া আৰু ওজাপালি নৃত্যৰ তুলনা কৰিবৰ মন যাব, আৰু দুয়ো পক্ষৰ মাজত মিল আৰু পৰিপূৰক কিছুমান লক্ষণ সহজতে আমাৰ চকুত পৰিব। এইটো কথা ঠিক যে শাস্ত্ৰৰ বিচাৰৰপৰা চাৰিটি স্বীকৃত শাস্ত্ৰীয় নৃত্যধাৰাৰ এটিও স্বয়ংসম্পূৰ্ণ নহয়। গতিকে ভাৰতীয় নৃত্যৰ ইতিহাস পূৰ্ণভাৱে পাবলৈ হ'লে এতিয়ালৈকে স্বীকৃত-অস্বীকৃত সকলো নৃত্যৰে ইতিহাস পাব লাগিব, তদুপৰি ইণ্ডোনেছিয়া আদি দক্ষিণ-পূব এছিয়াৰ নৃত্যৰ বুৰঞ্জীও তাৰ মাজলৈ টানি আনিব লাগিব। এইটো কথাও ঠিক যে, 'শাস্ত্ৰীয় নৃত্য'ৰ কথা কওঁতে আমি কোন শাস্ত্ৰমতে বিচাৰ কৰিছো, সেইটো অনেক সময়ত ভাবিবৰ কথা বুলি পাহৰি যাওঁ।

অসমৰ নৃত্যকলাৰ প্ৰতি আমাৰ চেতনা পোনতে আঙনীআটি সত্ৰত ছায়া-সম্বলিত 'শ্ৰীহস্তমুক্তাৱলী'ৰ আৱিষ্কাৰ আৰু কামৰূপী নৃত্যসভা-স্থাপনেই জগাই

তোলে। ১৯৩৮ চনত যেতিয়া সঙ্ঘই গুৱাহাটীৰ ভাস্কৰ নাট্য-মন্দিৰত নৃত্য প্ৰদৰ্শন কৰে, তেতিয়া আমাৰ মাজত বৰ উলহ মালহ হৈছিল, বিশেষকৈ আমাৰ সতীৰ্থ শ্ৰীপ্ৰদীপ চলিহায়ো তাতে যোগ দিয়াত সঙ্ঘৰ লগত কুটুম্বিতা আৱিষ্কাৰ কৰিছিলো। ১৯৩৮-ৰ ২০ নবেম্বৰৰ "জয়ন্তী" পত্ৰিকাৰ কাৰণে আৰ্ট ক্ৰিটিকৰ ভূমিকা অৱলম্বন কৰি সঙ্ঘৰ বিষয়ে চমু এটি সমালোচনা যুগুত কৰিছিলো, কাৰণ, তেতিয়া আমি "জয়ন্তী"ৰ অবৈতনিক এজন বিভাগীয় সম্পাদক, সেই আলোচনা কিন্তু আমাৰ বিভাগত নোলাই একেবাৰেই সম্পাদকৰ শৰাইতে বিৰাজ কৰিলে। তাৰপৰা দুআষাৰমান ইয়াতে তুলি দিওঁ "যিমানেই জকাইচুকীয়া নহওক, অসমৰো নিজা এক সৃষ্টি আছিল। নৃত্যকলা বিষয়তো এনে এটা মত পোষণ কৰিবলৈ আমাক সুবিধা দিছে অলপ দিনৰ আগতে আউনীআটি সত্ৰৰপৰা উদ্ধৃত 'শ্ৰীহস্তমুক্তাৱলী' বোলা এখনি নৃত্যশাস্ত্ৰই। এই সংস্কৃত পদ পুথিখনিৰ গ্ৰন্থকৰ্তা শুভঙ্কৰ কবি আৰু তাৰ অসমীয়া অনুবাদক (?) সুচান্দ ৰায় ওজা কিমান দিনৰ লোক, সি অনুমানৰহে কথা। এই পুথিৰ লগত সৰ্বভাৰতীয় সম্পত্তি 'নাট্য শাস্ত্ৰ', 'হস্ত লক্ষণ দীপিকা', 'অভিনয়দৰ্পণ'ৰ নিচিনা পুথিৰ পদ্ধতিৰ অমিল আছে। এইখিনিতে সৰ্বভাৰতীয় (বা কম বেছি আৰ্য্যাবৰ্ত্তৰ) সঙ্গীতৰ ৰাগ ৰাগিণীৰ লগত থকা অসমীয়া বৰগীত আদিৰ ৰাগ-ৰাগিণীৰ অসামঞ্জস্যলৈ মনত পৰে। লগতে, বোধ কৰো, এইটোও ক'ব পাৰি যে শঙ্কৰদেৱে ধৰ্মপ্ৰচাৰৰ লগে লগে যি নৃত্য গীতৰ ঢৌ অসমত তুলিছিল, 'শ্ৰীহস্তমুক্তাৱলী' তাৰে এটি লহৰহে।

"অসমত এটা ক্ৰনিক বেমাৰ আছে* পুৰণিটোকে বুকুত সাবটি যহোৱা, ভেম পতা। শ্ৰীহস্তমুক্তাৱলী' আৱিষ্কাৰ হোৱাৰ পিছতো সেই একেটা বেমাৰেই আমাৰ লগ লবলৈ হোৱা হলে অসমৰ নৈৰাশ্যবাদীসকলৰ দুখৰ বোজা আৰু এফেৰি শকত হ'লহেঁতেন। কিন্তু সুখৰ বিষয় আৰু আশাৰ বিষয়, শ্ৰীযুত জীৱেশ্বৰ গোস্বামী আৰু শ্ৰীযুত সুৰেশ গোস্বামী, এই দুজন আৰ্টিস্টে 'শ্ৰীহস্তমুক্তাৱলী' আৰু পুৰণি মূৰ্তিৰপৰা নৃত্য-কলাৰ সমল হাতত লৈ অসমীয়াৰ নিজস্ব নাট্য-সাধনাত অগ্ৰসৰ হৈছে। তেওঁলোকৰ প্ৰযত্নত শিলঙৰপৰা প্ৰাচীন কামৰূপী নৃত্যসঙ্ঘৰ উদ্ভৱ হৈছে। 'প্ৰাচীন নৃত্য আৰু সঙ্গীতবিদ্যা উদ্ধাৰ কৰি দেশ-বিদেশত বহুল প্ৰচলনৰ চেষ্টাই এই সঙ্ঘৰ ঘাই উদ্দেশ্য। আমি কওঁ এই উদ্দেশ্য মহৎ।

"পুৰণি 'মেৰী ইংলণ্ড'ৰ ডেকা গাভৰুৰ গ্ৰাম্য নৃত্য ইংলিশ ফক-ডান্স্ ছোচাইটিয়ে পুনঃসঞ্জীৱিত কৰি তুলিছে আৰু এই ছোচাইটিৰ নিয়োজিত শিক্ষক-সকলৰ যত্নতে এনে পুৰণি নৃত্যই হাজাৰ জনৰ আদৰ পাইছে। আমোদপ্ৰিয় স্পেনিয়াৰ্ডইঁতৰ মৃতপ্ৰায় জাতীয় নৃত্যকো পুনৰ জীয়াই তুলিবলৈ চেষ্টা চলিছে। দক্ষিণ ভাৰতৰ কথাকলি নাচে কেয়োকালে সমাদৰ লভিছে। শান্তিনিকেতনৰপৰা ৰবীন্দ্ৰনাথ ঠাকুৰেও দীঘল হাত মেলি মণিপুৰী আৰ্টিস্ট নি প্ৰায় নিজস্ব কৰি বনবাণী আদি নৃত্যৰ অৱতাৰণা কৰিছে। জাদেশত পূৰ্বপুৰুষৰপৰা চলি অহা

কোনো নৃত্য নথকা সত্বেও তাবে নৰ্ত্তক-নৰ্ত্তকীয়ে দেশ-বিদেশৰ লোকৰ নৃত্য কলাৰে ৰসনা পৰিতৃপ্ত কৰাটো আমাৰ চকুৰ আগতে ঘটা ঘটনা।"

লেখাটোত ইয়াৰ পিছত গোস্বামী-দ্বয়, চলিহা আদিৰ নৃত্যৰ, সাজ সজ্জাৰ আৰু সঙ্গীতৰ বিষয়ে চমু আলোচনা আৰু সত্ৰৰ প্ৰতি অভিবাদন। সত্ৰই গুৱাহাটীৰ পিছত অসমৰ নানা ঠাইত নৃত্য প্ৰদৰ্শন কৰি বাহিৰৰ কলিকতা আদিতো কলা বিদগ্ধসকলৰ অকুণ্ঠ প্ৰশংসা অৰ্জন কৰে। তেতিয়া কোনে জানিছিল, সেই বিভোপন প্ৰচেষ্টা মাথোন ধান খেৰৰ জুই হ'ব? কিন্তু সেয়ে হ'ল। লগে লগে আমাৰ এক ডাঙৰ আশা মাৰ গ'ল। ইয়াৰ পিছত গুটীয়াভাৱে দুই-এজনে অসমৰ নৃত্যধাৰাৰ উদ্ধাৰৰ স্বপ দেখি থাকিল, কিন্তু সৰু-সুৰা একোটি অনুষ্ঠান কৰি সেই স্বপ্ন দিঠক কৰাৰ যত্নত ৰ'ল।

যি "শ্ৰীহস্তমুক্তাৱলী"য়ে অসমৰ নৃত্যানুযোগীসকলক এক ধ্ৰুপদী সম্মানৰ আশা দিছিল, সেইখনি ছপা হৈ প্ৰকাশ পোৱাটো নিতান্ত বাঞ্ছনীয় হৈ উঠিছিল। কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকা *Journal of Assam Research Society*ত ধাৰাবাহিকভাৱে তাৰ ডেৰশমান শ্লোক অধ্যাপক শ্ৰীনাথ চক্ৰবৰ্তী আৰু অধ্যাপক দিবাকৰ গোস্বামীৰ সম্পাদনাত প্ৰকাশ পাইছিল। কিন্তু অনুসন্ধান সমিতিৰ পুথি ভঁৰালত থকা পুথিখনিৰ প্ৰতিলিপি আৰু আন আনুষঙ্গিক বস্তু কোনে নিলে, কাৰ হাতত পৰিল, পিছলৈ তাৰ সন্ধানেই নোহোৱা হ'ল। ভাগ্যে পণ্ডিত কালিৰাম মেধিদেৱে নিজ হাতে পুথিখনিৰ এটি নকল তৈয়াৰ কৰি ৰাখিছিল। তেওঁৰ উপদেশ আৰু সৌজন্যত মূল পুথি আৰু তাৰ অনুবাদ সম্পাদন কৰি ছোৱা ছোৱাকৈ "ৰামধেনু" (তৃতীয় বছৰ, সপ্তম সংখ্যাৰপৰা) কাকতত প্ৰকাশ কৰিবলৈ লওঁ আমি যেতিয়া সেই পত্ৰিকাৰ সম্পাদক হওঁ। কিন্তু সেই কাকতৰ সম্পাদনা এৰাৰ লগে লগে তাত "হস্তমুক্তাৱলী"ৰ প্ৰকাশো বন্ধ হ'ব লগীয়া হয়। ইয়াৰ পিছত মাদ্ৰাজৰ *Journal of the Music Academy* পত্ৰিকাত মূল পুথিখন আমাৰ সম্পাদিত ৰূপত ধাৰাবাহিকভাৱে সম্পূৰ্ণকৈ প্ৰকাশ পায় আৰু এতিয়া আমাৰ এক সমীক্ষামূলক ভূমিকাৰে সি কিতাপ আকাৰত প্ৰকাশৰ প্ৰতীক্ষাত। আনফালে বিশেষকৈ তেতিয়াৰ আমাৰ শিক্ষামন্ত্ৰী আৰু প্ৰকাশন পৰিষদৰ সভাপতি শ্ৰীদেৱকান্ত বৰুৱাৰ আগ্ৰহত পুৰণি অসমীয়া অনুবাদটিয়ে (ছায়া) সৈতে গ্ৰন্থখনি ভূমিকা আৰু চিত্ৰাৱলীৰে আমাৰ সম্পাদিত ৰূপত অসমীয়া আখৰত ছপা হৈ ৰাইজৰ হাতত পৰে।

ভাৰতৰ স্বাধীনতা লাভৰ পিছত অসমৰ বাহিৰত দুই-এঠাইত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰাৰ সুবিধা ওলাল। সেই সেই ঠাইত গোট খোৱা লোকে তাক উচ্ছ্বসিতভাৱে প্ৰশংসাও কৰিলে। কিন্তু নিৰ্দিষ্ট ধাৰা-ৰূপে সত্ৰীয়া বা ওজাপালিৰ স্বীকৃতিৰ উদ্দেশ্যে নানা কেন্দ্ৰীয় কলা-অনুষ্ঠান আৰু কলা-সমালোচকৰ স্থান দিল্লী মহানগৰীত সিহঁতক প্ৰদৰ্শন বাঞ্ছনীয়। সেহেতু চতুৰ্থ আন্তৰ্বিশ্ববিদ্যালয়

যুৱ মহোৎসৱৰ উপলক্ষ্যত (১৯৫৭) গুৱাহাটীত থকা ছাত্ৰ-ছাত্ৰীৰ এটি দল লৈ শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ প্ৰভুৰ সৌজন্যত ভেওঁলোকক প্ৰশিক্ষণ দি ৰাস-নৃত্যৰ একাংশ প্ৰদৰ্শন কৰোঁ। কিন্তু সেই প্ৰদৰ্শনে অসমতযে স্বকীয়া এশ্ৰেণী নাচ আছে, সেই কথাৰ অলপকৈ মাথোন এটি গম দিল্লীৰ নৃত্য সমালোচকসকলক দিলে। তাৰপৰা ইয়াৰ অধিক আন একো নহ'ল। পিছৰ বছৰত (১৯৫৮) মাৰ্চ-এপ্ৰিল মাহত ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদমীয়ে স্বীকৃত চাৰি ধাৰা ধ্ৰুপদী নৃত্য আৰু আন প্ৰাচীন নৃত্য সম্পৰ্কে বহল আলোচনা সমালোচনা কৰিবৰ বাবে এক ৰাষ্ট্ৰীয় চৰ্চাসত্ৰ বা ছেমিনাৰৰ আয়োজন কৰে আৰু আমাক অসমৰ নৃত্য কলাৰ ঐতিহ্যৰ বিষয়ে আলোচনা আগ বঢ়াবলৈ আহ্বান জনায়। কমলাবাৰীৰ ওজা, গায়ন-বায়ন, মণ্ডলদৈৰ পাকৈত ৰংগোৱা-সভাগোৱা ওজা বিচাৰি আনি আলোচনাৰ সমল ঠিক কৰা হ'ল আৰু নটীৰ নাচ আদি সম্পৰ্কীয় কথাও নানাভাবে গোটোৱা হ'ল। কিন্তু চৰ্চাসত্ৰত উপস্থিত হৈ পোনতে আতঙ্কিত হৈ পৰিলো, কাৰণ প্ৰতিটো প্ৰবন্ধ বা আলোচনাৰ পিছতে জাউৰিয়ে জাউৰিয়ে শাস্ত্ৰৰ নীতি আৰু প্ৰকৃত কৌশল সম্পৰ্কীয় প্ৰশ্নেৰে বক্তাক থকা সৰকা কৰা হৈছে। তথাপি, আমাৰ পাল পৰিলত লিখিত প্ৰবন্ধ পণ্ডিতসকললৈ এৰি বিশেষকৈ সত্ৰীয়া আৰু ওজাপালিৰ ধ্ৰুপদী লক্ষণখিনিলৈ আঙুলিয়াই বক্তৃতা জুৰিলো। লগে লগে মণিৰাম দত্ত মোক্তাৰ বায়ন আৰু শ্ৰীললিতচন্দ্ৰ ওজা আৰু সিসকলৰ দলৰ নৃত্যপটুসকলৰ (দেওধনি ৰূপে এগৰাকী নৃত্যপটীয়সী শ্ৰীমতী ৰাধিকাকে ধৰি) সহায়ত সেই লক্ষণযুক্ত নৃত্যৰ কেইটিমান টুকুৰা বিজ্ঞান-ভৱনৰ বিশেষ কক্ষটিত প্ৰদৰ্শন কৰা হ'ল। হাত চাপৰি আৰু কেমেৰাৰ ফ্লে শৰ চক্‌মকনিৰে কক্ষ ভৰি পৰিল। বক্তৃতাৰ শেষত প্ৰশ্নৰ জাউৰিৰ সলনি অসমৰ এই দুই ধাৰা নৃত্য-কলাৰ অভিনৱ ৰূপত মুগ্ধ নৃত্যৰসিকসকলৰ প্ৰশংসা মুখৰ হৈ উঠিল। শ্ৰীএম্ এছ্ কল্যাণপুৰকৰ, শ্ৰীপ্ৰজেশ বেনাৰ্জি, শ্ৰীশান্তিদেৱ ঘোষ, শ্ৰীজি বেঙ্কটাচলম আদি মঞ্চলৈ উঠি আহি আমাক অভিবাদন জনাই এনে কলাসম্পন্ন নৃত্যৰ অস্তিত্ব সিসকলৰ বহুতৰ বাবে 'ৰিভিলেচন' বুলি ঘোষণা কৰিলে। বিখ্যাত কলা-সমালোচক ডক্টৰ চাৰ্লছ ফেব্ৰিয়ে সেইদিনা সন্ধিয়াৰ নৃত্য-উৎসৱৰ প্ৰসঙ্গত যি লেখিছিল, সি প্ৰণিধানযোগ্য বিশেষভাৱে

The Assamese dances, seen in Delhi once before, are, to be sure, of great interest, more as anthropological and museum pieces than dances of beauty , yet these dances had a good variety of steps, though the hand gestures were few There is a great deal of lively movement in them, and their genuineness gives them extra-academic interest

চৰ্চাসত্ৰৰ শেষৰ দিনা ওড়িষী, কুছিপুড়ি, ভাগৱত-মেল আৰু যক্ষগানৰ লগতে সত্ৰীয়া নৃত্যকো একধাৰা ধ্ৰুপদী নৃত্য বুলি গণনা কৰিব লাগে বুলি ছেমিনাৰিষ্ট-

সকলে দৃঢ় মত প্ৰকাশ কৰি সঙ্গীত নাটক অকাদেমীক জনাবৰ ঠিক কৰিলে। এই কাৰ্যৰ চেষ্টাত আমি বিশেষকৈ শান্তিনিকেতনৰ শ্ৰীশান্তিদেৱ ঘোষৰ সাহচৰ্য লাভ কৰিছিলো। শ্ৰীঘোষে আন কি এইটোও ভাবে যে মণিপুৰী নৃত্যৰ উৎপত্তি সত্ৰীয়া নাচৰপৰাই হৈছে। চৰ্চাসত্ৰৰ অভিমতৰ বতৰা অসমৰ বাতৰি কাকতত ওলাইছিল যদিও ক'তো কোনো উলহ মালহৰ চিন দেখা পোৱা নগ'ল। কিন্তু উড়িষ্যাৰ কাগজবোৰৰ আগ্ৰহ ইমান বেছি হ'ল যে তেওঁলোকে ওড়িষী নৃত্য ধ্ৰুপদী নৃত্য ৰূপে চুড়ান্তভাৱে স্বীকৃত হ'ল বুলি প্ৰচাৰ কৰি দিলে। অকাদেমীয়ে সেই কথা অস্বীকাৰ কৰিলে। উড়িষ্যাৰ এম্ পি ডাক্তৰ সামন্তসিংহাৰৰ এটা তাৰকিত প্ৰশ্নৰ উত্তৰত ১৬ ছেপ্টেম্বৰ ১৯৫৮ তাৰিখে সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰে লোকসভাত এটা বিবৃতি দিলে যে ভাৰতীয় নৃত্যৰ স্বীকৃতি সম্পৰ্কে সঙ্গীত নাটক অকাদেমীক পৰামৰ্শ দিবলৈ শ্ৰীমতী কমলাদেৱী চট্টোপাধ্যায়, শ্ৰীনিত্যানন্দ কানুনগো, ডক্টৰ ভি ৰাঘৱন, শ্ৰীমতী ৰুক্মিণী দেৱী, শ্ৰীজি ৱেঙ্কটাচলম, শ্ৰীকল্যাণপুৰকৰ, শ্ৰীমোহন খোকৰ আৰু অধ্যাপক মহেশ্বৰ নেওগক লৈ এখন বিশেষজ্ঞ সমিতি গঠন কৰা হ'ল। এই ঘোষণাৰ পিছতো উড়িষ্যাৰ আগ্ৰহীসকলে সমিতিখন মাথোন ওড়িষী নৃত্যৰ বাবেহে হোৱা বুলি ক'বলৈ নেৰিলে। আন কি, কটকৰ নৃত্য সঙ্গীতৰ কলেজ কলা বিকাশ কেন্দ্ৰই আমাক ওড়িষীৰ বিশেষজ্ঞ সমিতিৰ সভ্য বুলিহে সম্বৰ্ধনা জ্ঞাপন কৰিছিল। অসমত কিন্তু এইবাৰ এটি চেতনা দেখা পোৱা গ'ল। "আসাম ট্ৰিবিউন" আৰু "নতুন অসমীয়া' কাকতে সম্পাদকীয়ত সত্ৰীয়া নৃত্যৰ স্বীকৃতিত গুৰুত্ব আৰোপ কৰিলে আৰু দুই এগৰাকী নৃত্য ৰস পিপাসুৰ একে সুৰৰ চিঠি পত্ৰ প্ৰকাশ কৰিলে। মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহায়ো আমাক যি পাৰে সহায় কৰিবলৈ গাত ল'লে।

২৯ ডিচেম্বৰ ১৯৫৮ তাৰিখে মাদ্ৰাজত বিশেষজ্ঞ সমিতিৰ প্ৰথম সভা বহিল মাদ্ৰাজ মিউজিক একাডেমিক বাৰ্ষিক সমাৰোহৰ ৰভাতলিত। সেই অধিৱেশনে ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদেমীক দুটা প্ৰাথমিক পৰামৰ্শ দিলে: (১) স্বীকৃতিপ্ৰাপ্ত চাৰিটা ধাৰাৰ বাহিৰেও সত্ৰীয়া, ওড়িষী, কুচিপুড়ি, ভাগৱতমেল, যক্ষগান আদি প্ৰাচীন নৃত্যধাৰাৰ প্ৰধান নৃত্যকলাকাৰসকলক ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে সম্মানিত কৰাৰ ব্যৱস্থা কৰিব লাগে আৰু (২) বৰ্তমানলৈকে জনাজাত হোৱা নোহোৱা সেই পৰ্যায়ৰ সকলো নৃত্যধাৰাৰ বিষয়ে প্ৰশ্নাৱলী আৰু অনুসন্ধানৰ যোগেদি পৰ্যাপ্ত জ্ঞান সংগ্ৰহ কৰাৰ ব্যৱস্থা ল'ব লাগে। অকাদেমীৰ সাধাৰণ পৰিষদৰ ২৮ মাৰ্চ ১৯৫৯ তাৰিখৰ অধিৱেশনে এই দুইটা পৰামৰ্শ গ্ৰহণ কৰে আৰু সেই বছৰৰপৰাই সত্ৰীয়া নাচ, ওড়িষী আদিকে ধৰি নৃত্যধাৰাসমূহক এটা শ্ৰেণীত ধৰি একাডেমীৰ বাৰ্ষিক পুৰস্কাৰ-দানৰ বাবে স্বীকৃতি দি লয়। ১২ মাৰ্চ ১৯৬০ তাৰিখে যেতিয়া সেই বছৰৰ পুৰস্কাৰ-ঘোষণাৰ বিষয়ে সাধাৰণ পৰিষদত আলোচনা হ'ল, কাৰ্যনিৰ্বাহক সমিতিয়ে আগ বঢ়োৱা একেটি নাম (এজন ভাগৱতমেলৰ পণ্ডিতৰ) গ্ৰহণ কৰিব পৰা নগ'ল,

বৰং তৰ্কই ঘোৰ ৰূপ ল'লে তাৰ পৰিবৰ্তে কুছিপুডি নাট্য, ভাগৱতমেল, সত্ৰীয়া, যক্ষগান আৰু ওড়িষীক এটি শ্ৰেণীত ধৰি পুৰস্কাৰ দানৰ সকলো ক্ষেত্ৰৰ বাবে গৃহীত হ'ল বুলি আমাৰ এটি প্ৰস্তাৱ পৰিষদে গ্ৰহণ কৰিলে, এইটোও ঠিক কৰা হ'ল যে উচিত বিচাৰৰ পিছত এইকেইটিৰ লগতে সমপৰ্যায়ৰ নৃত্যধাৰা যোগ দিয়া হ'ব। অন্ধ্ৰৰ শ্ৰীআৰ বি ৰামকৃষ্ণ ৰাজুৱে কুছিপুডি নাট্যক ধ্ৰুপদী নৃত্যধাৰা ৰূপে স্বীকৃতি দিব লাগে বুলি দিয়া প্ৰস্তাৱ এই সিদ্ধান্তৰ পিছত নাকচ কৰা হ'ল। আনফালে উড়িষ্যাৰপৰা যদিও ওড়িষীক অকাদেমীয়ে তেনে স্বীকৃতি দিয়া বুলি প্ৰচাৰ চলি আছিল, সেই বিষয়ত আমাৰ প্ৰস্তাৱটিতেই বাহাল ৰ'ল। ১৯৬০ চনৰ ২৮ ডিচেম্বৰ তাৰিখে অকাডেমাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে উল্লিখিত ধাৰাকেইটিৰ লগতে চাকিযাৰ কুট্টু, ওট্টন, তুল্লল, মহাৰাষ্ট্ৰৰ তামাশা আৰু বিহাৰ উড়িষ্যাৰ ছৌ নৃত্য যোগ দিয়ে। ইযাৰ পিছতো ১৯৬৩ চনৰ ১৭ জুলাইত অসমৰ ওজাপালিকে ধৰি আৰু দুটিমান ধাৰা যোগ দি আৰু তামাশাক বাদ দি অঞ্চল অনুসৰি নৃত্যসমূহক তিনিটা উপশ্ৰেণীত ভাগ কৰি লৈ অকাদেমী এৱাৰ্ড দিযাৰ সিদ্ধান্ত কৰা হয়। এই উপশ্ৰেণী তিনিটা হ'ল (১) ভাগৱতমেল, কুৰৱঞ্জি, কুছিপুডি, মোহিনী-অট্টম আৰু যক্ষগান, (২) চাকিয়াৰ কুট্টু, কুডিঅট্টম, কৃষ্ণাট্টম, পাঠকম্, আৰু তুল্লল, (৩) ওড়িষী, গোটিপুৱা, ছৌ, সত্ৰীযা আৰু ওজাপালি। ১৯৬৩ চনৰ ১০ নবেম্বৰ তাৰিখে বিয়লি নৃত্য বিষযত মণিপুৰী আৰু কথাকলিৰ লগতে সত্ৰীয়া নৃত্যৰ বাবে মণিৰাম দত্ত মোক্তাৰ বাযন আৰু ছৌ নৃত্যৰ বাবে শ্ৰীশুদ্ধেন্দ্ৰনাৰাযণ সিংহদেৱে ৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণনৰপৰা অকাদেমী পুৰস্কাৰ গ্ৰহণ কৰে। ইযাৰ পিছত পুনৰ ১৯৭০ চনত শ্ৰীগহনচন্দ্ৰ গোস্বামীদেৱে অঙ্কীযা নাটৰ বাবে এৱাৰ্ড লাভ কৰে।

এই সময়তে সঙ্গীত নাটক অকাদেমীৰ ভিতৰ চ'ৰাত নানা খেলি-মেলি আহি পুৰণি আচনিবোৰৰ গতি কিছু পৰিমাণে ৰোধ কৰি দিলে। তাৰ পিছত আহিল চীন আৰু পাকিস্থানৰ আক্ৰমণ-হেতুক ৰাষ্ট্ৰীয সংকট। তদুপৰি অকাদেমীৰ কৰ্মকৰ্তাসকলক খুচি থাকিবলৈ আমিও বৰ্তমানে অকাদেমীৰ সাধাৰণ পৰিষদত নাই। কিন্তু ভাৰতৰ উপৰোল্লিখিত নৃত্যসমূহৰ বিষয়ত কৰিব লগীযা কাম এতিয়াও বহুতোখিনি আছে। দহ বছৰৰ আগতে যুগুত কৰা প্ৰশ্নাৱলীখন ছপা কৰি বিভিন্ন প্ৰান্তৰপৰা নৃত্যবিলাকৰ সম্পৰ্কে জ্ঞান আহৰণ কৰা নিতান্ত কৰ্তব্য আছিল। দ্বিতীয়তে, ১৯৫৮ চনৰ ৰাষ্ট্ৰীয নৃত্য চৰ্চা সত্ৰৰ সকলো আলোচনা পুথি আকাৰে বাৰে বাৰে প্ৰকাশ কৰাৰ আয়োজন সত্বেও সি প্ৰকাশ নোহোৱাত বহুতো ওলাই অহা কথাক হেঁচা মাৰি ধৰি ৰখা হৈছে। তৃতীয়তে কাগজে-কলমে এটা নৃত্য-ধাৰাক স্বীকৃতি দিলেই সি স্বীকৃত নহয়। সেই ধাৰাত সততে চৰ্চা থকা বিচক্ষণ কলাকাৰ লাগিব আৰু এনে কলাকাৰে ভাৰতৰ বিভিন্ন স্থানত আৰু বাহিৰত নিজৰ আৰু বিশেষ নৃত্যধাৰাৰ যশস্যা বিস্তাৰ কৰিব লাগিব। চতুৰ্থতে, শাস্ত্ৰৰ দৃষ্টিৰে সেই বিশেষ নৃত্যৰ বিষযে ভাৱাবেগ বৰ্জিত বৈজ্ঞানিক ব্যাখ্যামূলক আলোচনা কাকতে-

কিতাপে প্ৰকাশ পাই থাকিব লাগিব। এইটো কথা ঠিক যে সত্ৰীযা, ওজাপালি আৰু দেৱনটী (দেৱদাসী), অসমৰ এই তিনিওটি নৃত্য শৈলীতে ধ্ৰুপদী ঐশ্বৰ্য সোমাই আছে। কিন্তু সেই সম্পদবোৰৰ অনুশীলন লাগে আৰু শাস্ত্ৰ পথ গত বিচাৰ লাগে। মাজে মাজে যে এনে অনুশীলন আৰু চৰ্চা হোৱা নাই, এনে নহয়, কিন্তু সিবোৰৰ প্ৰৱাহ আৰু মুক্ত আৰু নিযত হ'ব লাগে। সৰ্বভাৰতীয় খ্যাতিসম্পন্ন কোনো নৃত্যকলাকাৰে আমাৰ নৃত্যশৈলী গ্ৰহণ কৰি দেশ বিদেশত প্ৰদৰ্শন কৰিলে প্ৰকৃত কাম হ'ব পাৰে। শ্ৰীমতী ইন্দ্ৰাণী ৰহমান আৰু শ্ৰীমতী ঋতা দেৱীয়ে (সাহিত্যৰথী বেজবৰুৱাৰ নাতিনী) ওডিষী, ভাগৱতমেল আদিৰ বিষয়ত তেনে কাম ইতিমধ্যেই কৰিছে। পিছৰ গৰাকীযে কমলাবাৰীৰ শ্ৰীৰোষেশ্বৰ শইকীয়া বায়ন আৰু দেৰগাঁৱৰ শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰপৰা শিকি লৈ দুটিমান সত্ৰীয় নাচ ভাৰতত আৰু বাহিৰতো দেখুৱাইছে। শ্ৰীমতী ৰহমানে আগ্ৰহ প্ৰকাশ কৰাত আমি তেতিয়া দিল্লীত থকা শ্ৰীকৃষ্ণমূৰ্তি হাজৰিকাক সত্ৰীযা নাচৰ প্ৰাথমিক আভাস দিবৰ বাবে লগ লগাই দিছিলো, কিন্তু এই বিষযত বিশেষ আগ বঢা নোহোৱাত শ্ৰীমতী ৰহমানৰ আগ্ৰহ এতিয়াও কামত লগা হ'ব পৰা নাই। অসম সঙ্গীত নাটক একাদেমীৰ গৱেষণা সমিতিৰ জৰিযতে কমলাবাৰী সত্ৰৰ প্ৰায সকলো নৃত্যৰ তাল মণিৰাম বায়ন মোক্তাৰ আৰু শ্ৰীশইকীযাৰপৰা আযা কৰি লেখা হৈছিল আৰু পুথি আকাৰে সেইখিনি উলিওবাৰ দিহা কৰা হৈছে। আন আন সত্ৰ আৰু নৃত্যৰ কেন্দ্ৰৰ বাদ্য আৰু নৃত্য কৌশলৰ কথাও বেলেগ বেলেগ অনুষ্ঠানে এইদৰে লেখি উলিয়ালে এটি সুন্দৰ কলা অন্তত মহাকালৰ নিৰ্মম হাতৰপৰা ৰক্ষা পৰিব। দেশক সমৃদ্ধ কৰিবলৈ যেনেকৈ ৰাজনীতি অৰ্থনীতি, আৰু সাহিত্যৰ চৰ্চা লাগে তেনেকৈ সঙ্গীত-নৃত্য আদি ললিত কলাৰো ঐতিহ্য আৰু নিযত চৰ্চা লাগে। সংস্কৃতিসম্পন্ন জাতি বুলি পৰিচয দিযাৰ এটি অতি প্ৰকৃষ্ট উপায এই কলাৰ ঐতিহ্য আনৰ আগত দাঙি ধৰাটো। আমি গাই, বজাই, নাচি, আলোচনা কৰি আৰু লেখি পঢি সেই ঐতিহ্যৰ স্বৰূপ ধৰি নাৰাখিলে সংস্কৃতিৰ এটা ফালৰপৰা অন্তত আমি উলঙ্গ হৈ পৰিম।

# সত্ৰীয়া নৃত্য

ষোড়শ শতিকাৰ প্ৰাৰম্ভত কি পঞ্চদশৰ একেবাৰেই শেষৰ ফালে মহাপুৰুষ শঙ্কৰদেৱে ( ১৪৪৯ ১৫৬১ ) নৱবৈষ্ণৱ ধৰ্মৰ অনুষ্ঠান সত্ৰ অসমত প্ৰতিষ্ঠা কৰে। এই সত্ৰৰ মূল ধাৰণা হ'ল ব্ৰহ্ম সত্ৰ, আলোচনা চক্ৰ বিশেষ যাৰ অধিৱেশনত বক্তা আৰু শ্ৰোতাই সমশীৰ্ষত বহি বন্ধাৰ বিচাৰ কৰে। শঙ্কৰদেৱৰ পন্থৰ সত্ৰত ভগৱদ্ভক্তসকলে শ্ৰৱণ কীৰ্তন প্ৰধান ভক্তি ধৰ্ম আচৰণ কৰে। বৌদ্ধ ধৰ্মৰ বিহাৰ বা সঙ্ঘাৰাম আৰু অদ্বৈত সন্ন্যাসীসকলৰ মঠৰ দৰে সত্ৰৰ সকলো ধৰ্মাচৰণৰ কেন্দ্ৰ কীৰ্তন গৃহৰ চাৰিওফালে ভক্তসকলৰ বাসগৃহ কৰি দিয়া হয়। ভাগৱতত ভগৱন্তই নিজৰ গুণসমূহ কীৰ্তন কৰি গীত গাবলৈ বাদ্য বজাবলৈ, কৰ্মসমূহ ভাবনা ( অনুকৰণ ) কৰি উচ্ছব কৰিবলৈ উপদেশ দিছে। গতিকে শঙ্কৰদেৱৰ ধৰ্ম উৎসৱ মুখৰ। নিত্য আৰু নৈমিত্তিক নানা গীত বাদ্য নৃত্য সত্ৰসমূহৰ অবশ্যকৰ্তব্য। নৱবৈষ্ণৱ আন্দোলনৰ বিস্তাৰে ভাৰতৰ বিভিন্ন প্ৰান্তত ধ্ৰুপদ আৰু ধ্ৰুপদ জাতীয় সঙ্গীতৰ অনুশীলনৰ পৃষ্ঠপোষকতা কৰে, সেইদৰে ধ্ৰুপদী ( শাস্ত্ৰীয় ) নৃত্যধাৰাৰো প্ৰৱৰ্তন কৰে। উত্তৰ ভাৰতৰ ৰামধাৰী আৰু কৃষ্ণ লীলা দক্ষিণ ভাৰতৰ কেৰল প্ৰদেশত ৰাম কৃষ্ণ কথাৰ ভাওনা কথা কলি ( কাহিনী নৃত্য ) তাঞ্জোৰ প্ৰদেশৰপৰা অন্ধ্ৰ পৰ্যন্ত ভাগৱত মেল নাটক আদি এই নৱবৈষ্ণৱ ধাৰাৰে ধ্ৰুপদী নৃত্যৰ বস্তু। শঙ্কৰদেৱে নানাবিধ গীতত ধ্ৰুপদী ৰাগ ধাৰা প্ৰবৰ্তন কৰে, নাটকত ধ্ৰুপদী ৰূপকৰ ( নাটক ) অঙ্গগ্ৰহণ কৰে আৰু নাটকৰ ভিতৰত আৰু স্বতন্ত্ৰভাৱে ভৰত মুনিৰ দিনৰপৰা চলি অহা ধ্ৰুপদী নৃত্ত নৃত্য নাট্যৰ উপাদান কিছু সন্নিৱিষ্ট কৰে। আৰু এই ধ্ৰুপদী সম্পদ সৰ্বসাধাৰণৰ সম্পত্তি কৰি থৈ যোৱাতেই শঙ্কৰদেৱৰ বিচিত্ৰ সাংস্কৃতিক কাৰিকৰি কেইবাশতিকাৰো অন্তত আজিও প্ৰকাশ পাই আছে।

প্ৰাক্ শঙ্কৰদেৱ অসমত নৃত্যৰ স্পষ্ট ইতিহাস বা নিদৰ্শন আমাৰ হাতত নাই। গুৰু চৰিতত মাদল বজাই নচা নাচ আৰু শ্ৰীক্ষেত্ৰৰ মন্দিৰৰ নটীৰ নাচৰ উল্লেখ আছে। কিন্তু এই উল্লেখে আমাক স্পষ্ট ইঙ্গিত একো নিদিয়ে। 'বিয়াহৰ পাল্লি তেঁহো ছোট বলোৰাম কথাষাৰেও শঙ্কৰদেৱৰ আগত বিয়াহৰ ওজা পালি থকাৰ প্ৰমাণ নকৰে ছোট বলৰাম মহাপুৰুষৰ সত্ৰৰ ওজা-পালিৰ পালিহে। কিন্তু এই কথা আমি বুজিব পাৰোঁ যে শঙ্কৰদেৱে শাস্ত্ৰীয় নৃত্যৰ সম্পদৰ লগত স্থানীয় উপাদানৰ সংযোগ ঘটাই তেওঁৰ অনুষ্ঠান সত্ৰত এক নব্য ধাৰাৰ নৃত্য সংস্থাপন কৰি যায়। ইয়াকেই আমি সত্ৰীয়া নৃত্য বুলিছো। শঙ্কৰদেৱী নৃত্যও বুলিব

পাৰিলোহেঁতেন। নববৈষ্ণৱ নৃত্য বোলা হ'লে নামটো আৰু স্পষ্ট হ'লহেঁতেন। কিন্তু সত্ৰীয়া নাচ এটি সৰ্বসাধাৰণৰ মাজত প্ৰচলিত আখ্যা, আৰু সি সহজ। ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদেমীৰ ৰাষ্ট্ৰীয় পুৰস্কাৰৰ বাবে 'সত্ৰীয়া নৃত্য' নামটিকেই গ্ৰহণ কৰা হৈছে।

সকলো ফালৰপৰা সত্ৰীয়া নৃত্যৰ নিজস্ব সম্পদ আৰু বৈশিষ্ট্য আছে। এই নৃত্যত হস্ত বা হাত (যাক সাধাৰণ ভাষাত ভুলকৈ মুদ্ৰা বোলা হয়) যথেষ্ট সংখ্যাৰ আছে আৰু সেইখিনি বিভিন্ন অৰ্থত ঠয়ে ঠায়ে প্ৰয়োগ কৰা হয়। পুৰণি অসমীয়া অনুবাদে সৈতে "শ্ৰীহস্তমুক্তাৱলী" বা "হস্তমুক্তাৱলী" সত্ৰতেই পোৱা গৈছে আৰু অন্তত দুখনি সত্ৰৰ ঐতিহ্যৰ লগত পুথিখনিৰ মালিক সুচান্দ ৰায় ওজাৰ নাম জড়িত। নাট্যশাস্ত্ৰৰ অঙ্গহাৰ বা কৰণ, চাৰী-কৰ্ম আদি বিবিধ অঙ্গৰ নৃত্যত প্ৰযোজ্য কৰ্ম বা সঞ্চালন নামে সৈতে জনাৰ প্ৰয়োজন এই নৃত্য সম্প্ৰদায়ত আজি অনুভূত নোহোৱা হৈছে। কিন্তু মাটি আখৰা বুলি জলক, পাক, ওৰা আদি ঘৰুৱা নাম দি যিবোৰ অঙ্গ সঞ্চালন শিকোৱা হয়, তাৰ প্ৰয়োগ নাচবোৰত সঘনে হয় আৰু তাকে শাস্ত্ৰীয় ধাৰাৰ সহজ অনুকৰণ বুলি আমি ধৰিব পাৰোঁ। বিশেষকৈ পাদ চালনাৰ ৰীতিত সত্ৰীয়া নৃত্য বিচিত্ৰ, ইয়াত বহুতোখিনি উন্নত, জটিল আৰু মনোৰম তেনে চালনা বৰ্তমান। সাজ সজ্জা, অলঙ্কাৰ, মুখা-চো আদিৰ বিষয়তো এই নৃত্যৰ নিজৰ বৈশিষ্ট্য আছে। অৱশ্যে মাজতে কলিকতীয়া সাজ পাৰ সোমাই অলপ খেলি মেলিৰ সৃষ্টি কৰিছে আৰু সত্ৰীয়া নৃত্যৰ ঐতিহ্য ৰক্ষা কৰিব খোজাসকলে এই বঙলুৱা উপাদানটি পৰিহাৰ কৰাবো সময় আহিছে। খোল বা মৃদং, তাল আৰু কাচিৎ কেতিয়াবা কালি ব্যৱহাৰ কৰি কৰা সত্ৰীয়া নৃত্যত বাদ্যৰ ৰূপটি দেখাত অজটিল। কিন্তু বিচাৰ কৰি চালে তাৰ কাৰিকৰিও অতি বিচিত্ৰ। কোনো কোনো বিষয়ত মণিপুৰী নৃত্যৰ কোনো ঠগৰ লগত সত্ৰীয়া নাচ মিলে, এনে ক্ষেত্ৰত মণিপুৰীৰ প্ৰভাৱ সত্ৰত পৰিছে বোলাতকৈ সত্ৰীয়াৰ প্ৰভাৱহে মণিপুৰীত পৰা বুলি ভাবিবৰ থল আছে।

মন কৰিব লগীয়া সত্ৰীয়া নৃত্য কথাকলি বা ভাগৱত-মেলৰ দৰে প্ৰধানকৈ নাটকৰ অভিনয়। ধ্ৰুপদী সংস্কৃত নাটকৰ প্ৰধান চৰিত্ৰ সূত্ৰধাৰ মহাপুৰুষীয়া নাটকতে নামে কামে আছে; যক্ষগান বা ভাগৱত মেলত কামত থাকিলেও সেই পাত্ৰক ভাগৱতাৰ অৰ্থাৎ ভকত নামেই মতা হয়। কুছিপুডিৰ ভাগৱত-মেলৰ দৰে সত্ৰীয়া অভিনয়তো কোনো স্ত্ৰীয়ে ভাও ল'ব নোৱাৰে। শঙ্কৰদেৱৰ নাটকত ধ্ৰুপদী সংস্কৃত নাটকৰ গঠন গ্ৰহণ কৰা নহ'লেও পূৰ্বৰঙ্গ (ধেমালি), নান্দী, প্ৰৰোচনা ভৰত-বাক্য (মুক্তিমঙ্গল) আদি দুই এটি বস্তু সুমুৱাই লোৱা হৈছিল।

শঙ্কৰদেৱৰ মাধৱদেৱৰ নাটককেইখনিক আমি আজিকালি 'অঙ্কীয়া নাট' বুলি মাতোঁ। কিন্তু এই নাম মহাপুৰুষৰ দিনৰ নহয়, ই অৰ্বাচীন। আন কি, গুৰু-চৰিতৰ যুগতো এই আখ্যাৰ প্ৰয়োগ হোৱা নাছিল। তেতিয়া 'অঙ্ক' শব্দটো

সোমাইছে। মহাপুৰুষৰ নাটৰ ভিতৰত নাট, নাটক, নৃত্য, যাত্ৰা আদি শব্দৰ প্ৰযোগ আছে। ব্যুৎপত্তিৰ ফালৰপৰা নাট, নাটক আৰু নৃত্য শব্দৰ মাজত ডাঙৰ অমিল নাই। প্ৰয়োগৰ ফালৰপৰা মহাপুৰুষীয়া নাটক এখনি প্ৰধানকৈ গীত, বাদ্য আৰু নৃত্য, তাত গদ্য সংলাপ নৃত্যহীন কাৰ্য আদিৰ মাত্ৰা অতি কম। শঙ্কৰদেৱ মাধৱদেৱৰ পিছত সি দুজনাৰ, বিশেষকৈ শঙ্কৰদেৱৰ আদৰ্শত অনেক নাট ৰচিত হৈছিল। তেতিয়া প্ৰযোগৰ ফালৰপৰা সেই নাটৰ অভিনয়ত ধ্ৰুপদীৰ ঠাইত নতুন উপাদান সোমাবলৈ ধৰিলে। আৰু সেই সময়তে মহাপুৰুষ দুজনাৰ নাটৰ প্ৰয়োগক 'অঙ্কীয়া' বোলাৰ প্ৰথা ওলাল। অঙ্কীযা নাট, অঙ্কীযা ভাওনা, অঙ্কীযা বাজনা হ'ল মহাপুৰুষৰ পদাঙ্কৰ অনুগত। বাকীটো ঢঙৰ সুকীযা নামো নাই আৰু নিৰ্দিষ্ট গঢো নাই, সেযা মাথোন নাট, ভাওনা, বাজনা।

আমি ইযাৰ পিছৰ আলোচনাত সত্ৰীয়া নৃত্যৰ বিষযে কওঁতে পুৰণি কমলাবাৰী সত্ৰৰ দৃষ্টিৰপৰাই কথাখিনি কৈছো। অন্য সত্ৰৰ কথা হ'লে বিশেষ সত্ৰৰ নাম উল্লেখ কৰা হৈছে। এইটো নক লেও হ'ব যে সত্ৰীযা নৃত্যৰ বেলেগ বেলেগ কেন্দ্ৰত নিজস্ব ৰীতি কাল ক্ৰমত গঢ লৈ উঠিছে। ফলত, কোনে আদি ৰূপৰপৰা কিমান ফালৰি কাটি আহিছে, কোৱা টান। য'ত য'ত হস্তৰ নাম দিযা হৈছে, 'শ্ৰীহস্ত মুক্তাৱলী ৰপৰাই দিছো বৰ্ণনা চমু কৰিবৰ উদ্দেশ্যে। কিন্তু প্ৰযোগত হাতবোৰ সদায স্পষ্ট নহয়।

**বাদ্য**

সত্ৰীয়া নৃত্যত বাদ্য বস্তুত ধৰণৰ নাই। যন্ত্ৰপতি মৃদঙ্গ আছে খোলৰূপে। কমলাবাৰী আদি সত্ৰ আৰু সৰ্বসাধাৰণ নামঘৰত খোল ( মৃদঙ্গ মাথো ঠাযে ঠাযে ) সকলো নাচতে বজোৱা হয। নাগেৰা চালি নাচত খোলৰ লগতে চলে। বাহাৰ নাচ আৰু নাদু-ভঙ্গিত ভোড তালৰ ব্যৱহাৰ হয। সকলো নাচতে পাতিতাল চলে। দিহিং থুলৰ সত্ৰসমূহত মৃদঙ্গৰ প্ৰয়োগ হয়।

**নাচৰ শিক্ষা**

পাঁচ দহ বছৰৰ ভিতৰৰ ল'ৰা সাধাৰণতে সুত্ৰৰ ভকত হ'বলৈ আহে। সত্ৰীযা নাচৰ শিক্ষা প্ৰধানকৈ দুভাগ—গায়ন বাযন আৰু ওজা। ভাৱনাৰ নাচ আৰু ধেমালি, চালি, ঝুমুৰা, নাদু ভঙ্গি, বৰ প্ৰৱেশ আদি প্ৰসঙ্গীয়া নাচ, আৰু বৰগীত আদি গোৱা বোৱা গায়ন-বায়নৰ ধাৰাত, আৰু ওজা পালিৰ ওজা আৰু পালিৰ বিদ্যা ওজাৰ শিক্ষাৰ ভিতৰত পৰে। দুইবিধ শিক্ষাৰ পৰ্যাযৰ কথা শ্ৰীবোযেশ্বৰ শইকীযা বায়নে দুটা প্ৰবন্ধত ইতিমধ্যে প্ৰকাশ কৰিছে। ইযাত তাকে চমুৱাই লেখা হ'ল।

**বায়ন আৰু নটুৱাৰ শিক্ষা:** খোল বজোৱা আৰু ভাওনা, চালি ঝুমুৰা আদি

নাচৰ অধিকাৰী হ'ল বায়ন। আঠ দহ বছৰ বয়সৰপৰা ভকত ল'ৰাক বায়নৰ শিক্ষা দিয়া আৰম্ভ কৰা হয। মাত ভাল হ'লেহে গায়নৰ শিক্ষা দিয়া হয়, নহ'লে বায়নৰ শিকনি আৰম্ভ হয, কাৰণ 'মাত-বলী গায়ন, বাহু-বলী বায়ন।' সত্ৰৰ শিক্ষণত মাত্ৰা, তাল, খালি, এনেকুৱা পাৰিভাষিক ব্যৱহাৰ কৰা নহয। কেতিযাবা তালত চাপৰ পৰিলে 'চাপৰ' বুলি হিচাপ কৰে, খালিবিলাকত হাতৰ লয় আৰু গাৰ অলপ হেলনি পৰে, তাকে 'মান' বুলি কোৱা হয। এই মানেই প্ৰধানকৈ তালৰ ছন্দৰ ঘাই লেখ।

(১) শিক্ষাৰ প্ৰথম পৰ্যায় হ'ল ছন্দৰ প্ৰাথমিক ধাৰণা পাবৰ বাবে বোল আওৰোৱা। পোনতে, গুৰুসেৱা প্ৰসঙ্গৰ বাজনা গুৰুসেৱা প্ৰসঙ্গৰ চাহিনি মুখেৰে বোল কৈ হাতেৰে তলুৱাত চাপৰ দি আয়ত্ত কৰিবলৈ দিয়া হয়। ভালকৈ সেই ভাগ শিকা হ'লে প্ৰসঙ্গীযা গুৰুঘাত, তাৰ পাছত লনা ঘাত সেইদৰে হাতে মুখে বজাই গাই সলসলীযা কৰি শিকিব লাগে।

(২) দ্বিতীয পৰ্যায হ'ল হাত বুলনি শিক্ষা। এখন সাধাৰণ বহা পীৰাকে পাতি দি বাযনে ল'ৰাক হাতত ধৰি হাত বুলাবলৈ শিকায়। খোলৰ বেঁৱা আৰু দাইনা, দুইফালে কিমান বলেৰে হাতৰ তলুৱা বা আঙুলি মাৰিব লাগে আৰু কেনেকৈ বিবৃত (খোলা, মুকলি) আৰু সংবৃত (বন্ধ) মাত উলিয়াব লাগে তাক পীৰাখনতে সহজভাৱে শিকাই দিয়া হয। ইয়াত বাওঁ হাতে খোলৰ বেঁৱা ফাল, সোঁ হাতে দাইনা ফাল বুজিব। এইদৰে পীৰাত এইকেইটা বোল ফুটাবলৈ দিয়া হয়

ধেই (বিবৃত) বাঁও হাতৰ আঙুলি মেলি অলপ টানকৈ আৰু সোঁ হাতত আঙুলিতে সেইদৰে লাহেকৈ সমানে মাৰিব।

খিত (সংবৃত) বাও হাতৰ আঙুলি সমানে লৈ টানকৈ আৰু সোঁ হাতৰ আঙুলি সমানে লৈ সেইদৰে লাহেকৈ মাৰিব।

ধিন (বিবৃত) বাঁও হাতৰ আঙুলি সমানে লৈ আৰু সোঁ হাতৰ আঙুলি মেলি দি সমানে লাহেকৈ মাৰিব।

ধিনাও (বিবৃত) বাও হাতৰ আঙুলিবোৰ সমানে ৰাখি 'ধি' আৰু সোঁ আঙুলি মেলি 'নাও' মাৰিব।

ৰাতাও (বিবৃত) বাঁও হাতে সংবৃত 'ৰা' আৰু সোঁ হাতে বিবৃত 'তাও' মাৰিব।

ৰাতাক (সংবৃত): বাঁও হাতে সংবৃত 'ৰা' আৰু সোঁ হাতে সংবৃত 'তা' মাৰিব।

*Rhythm in the Vaishnava Music of Assam* পুথিত খোলৰ ভাষাৰ আন শব্দবো বুলনি দিযা হৈছে।

(৩) বায়নৰ শিক্ষাৰ তৃতীয় পৰ্যায় হ'ল শিকা খোলত (অৰ্থাৎ যেই কোনো কাঠেৰে কৰা, দুই মুখ পহুচাল দি ছাই, চালৰ দাঁতিয়ে দাঁতিয়ে ফুটা কৰি বেতৰ সূত বা মৰাপাটৰ বচি ভৰাই বৰটিৰ দৰে লগাই কৰা সক খোলত) শিক্ষা। ইয়াতো

বায়নে হাত ধৰি ল'ৰাক বুলনি দিবলৈ শিকায়। ল'ৰাটিয়ে গুৰুসেৱা প্ৰসঙ্গীয়া চাহিনি, গুৰুঘাত, লনা ঘাত ভালকৈয়ে খোলত বজাব পাৰিলেহে আন বাজনা শিকোৱা হয়।

প্ৰসঙ্গীয়া চাহিনিৰ গুৰুঘাতৰ পিছত গায়ন বায়নে থিয় হৈ লনা ঘাত বজায়। লনা ঘাত বজালে গায়নে ৰাগ দিয়ে। এদিনত এটাকৈ ৰাগ দিয়াৰ পিছত লনা ঘাত ছখনৰ এখন বজোৱা হয়। ৰাগ দিয়াৰ (অৰ্থাৎ আলাপৰ) চাৰিটা অংশৰ তৃতীয় অংশটোক তোলনি বোলা হয়, এই তোলনি দিওঁতে ৰাগ সচাৰ বজোৱা হয়। গায়নে গীত ধৰি তিনি চাৰি শাৰীমান গোৱাৰ পিছতে ঠেলা ধৰিব অৰ্থাৎ গোৱা চৰালৈ উঠিব। তেতিয়া বায়নে ঠেলাৰ বাজনা বজায়। ঠেলা গাই বাই গায়ন বায়ন তিনিবাৰ কীৰ্ত্তন ঘৰক ঘূৰিব। ঠেলাৰ ধুলনা ছখনৰ এদিনত এখনকৈ পৰিব।

এই সকলোখিনি বাজনা শিকাৰুৱে মুখস্থ কৰিব লাগিব আৰু শিকা-খোলত বজাব পাৰিব লাগিব।

(৪) ইয়াৰ পিছৰ পৰ্যায়ত বৰগীত অঙ্কৰ গীতৰ তাল মান ধৰি বজাবলৈ শিকোৱা হয়। এনে তাল ১৫খন।

(৫) গীতৰ তাল বেৰা নলগাকৈ শুদ্ধকৈ বজাব পাৰিলে শিকাৰুক ধেমালিৰ বাদ্য শিকোৱা হয়। ইয়াৰ ক্ৰম ৪খন সৰু ধেমালিৰ ৪খন চাহিনি ৪খন সৰু ধেমালি, ৪খন সৰহুৱা চাহিনি বৰ ধেমালিৰ চাহিনি, বৰ ধেমালি গুৰু মৰ্দন ধেমালি, তাৰ এখন চাহিনি, ছোৰ ধেমালি, তাৰ এখন চাহিনি, বৰপেটীয়া ধেমালি, তাৰ এখন চাহিনি, ন ধেমালি, তাৰ দুখন চাহিনি, ৰাম ধেমালি, তাৰ এখন চাহিনি, বৰ ধেমালি, থিয় চাহিনি, ঘোষা ধেমালি।

(৬) ইয়াৰ পিছত নাচৰ বাজনাৰ শিক্ষা আৰম্ভ হ'ব। প্ৰায় কুৰি বছৰ বয়সলৈকে বায়নৰ শিক্ষা, নটুৱাৰ শিক্ষা চলি থাকে।

নটুৱাৰ শিক্ষা আৰম্ভ হয় মাটি আখৰাৰে। এই মাটি আখৰাৰপৰা শৰীৰ নাচৰ সৰ্বপ্ৰকাৰে উপযোগী হয়। আনফালে সত্ৰীয়া নাচৰ ভিতৰত শাস্ত্ৰীয় আঙ্গিক অভিনয়ৰ হস্ত, গ্ৰীৱা কৰ্ম, চাৰী আদি, অঙ্গহাৰ, কৰণলৈকে একো পৰিচয় বা শিক্ষা দিয়া নহ'লেও এই মাটি আখৰাৰ ভিতৰতে তাৰ বহুতোখিনি সামৰ খায় আৰু নাচৰ বেলা সেইবিলাকৰ প্ৰয়োগ ঘটে। নাট্যশাস্ত্ৰত ব্যায়ামৰ বিধান আছে আৰু সেই ব্যায়াম মাটিত আৰু আকাশত দুই প্ৰকাৰে হ'ব পাৰে।

তৈলাভ্যক্তেন গাত্ৰেণ যৱাগূমৃদিতেন চ ॥

ব্যায়ামং কাৰয়েদ্ধীমান্ ভিত্তাৱাকাশকে তথা।

গতিকে দেখা যায়, সত্ৰীয়া মাটি-আখৰাৰো এক দীৰ্ঘ ঐতিহ্য আছে। তলত কমলাবাৰী আৰু আউনীআটি সত্ৰৰ মাটি আখৰাৰ অতি চমু টোকা দিয়া হ'ল—

মাটি আখৰাৰ শিক্ষা সম্পূৰ্ণ হ'লে নটুৱাক প্ৰথম নাচৰ শিক্ষা দিয়া হয় নাদু ভঙ্গিৰ। তাৰ পিছত ক্ৰমাৎ জটিল নাচলৈ লৈ যোৱা হয়।

**কমলাবাৰী সত্ৰৰ মাটি-আখৰা:** মণিৰাম দত্ত বায়ন মুক্তিয়াৰদেৱৰপৰা

৪৪টা মাটি-আখৰাৰ বৰ্ণনা লোৱা হৈছিল। দৃষ্টিযে সদায় হাতত ৰাখিব লাগে, এই কথা নটুৱাক আৰম্ভণিৰেপৰা শিকোৱা হয়।

১। **বহি-মুক্কা:** বহা অৱস্থাত দুই হাত ( শিথিল অৰ্ধচন্দ্ৰ ) মাটিৰ ওপৰে দোলাৰ লেখীয়াকৈ পাতি ঘপ কৰে থিয় হৈ মুৰৰ ওপৰলৈ হাত দুখন ঘূৰাই আগমুৱা কৰি ৰাখিব, লগে লগে এটা ভৰি পিছলৈ মাৰিব।

২। **থিয়-মুক্কা:** থিয় হৈ এখন হাত লয়েৰে বুকুত ৰাখি আনখন হাত বহি মুক্কাৰ দৰে মাৰি সেইদৰে ৰাখিব।

৩। **তিনটীয়া-জলক:** থিয় হৈ দুই হাত ( শিথিল অৰ্ধচন্দ্ৰ ) বুকৰ ওপৰে চোঁচা মাৰি বাহিৰ ফালে উলিযাই দিব বংশী ( তৰ্জনী-থিয় মৃগশীৰ্ষ ) হাত দি একতীয়া কৰি। লগে লগে একতীয়া হৈ এটা ভৰিও আগ বাঢ়িব। তিনিবাৰ এনেকৈ জলক মাৰি এপাক থিতাতে ঘূৰি ( সন্দংশ ) হাত দি ৰ'ব।

৪। **চাৰিটীয়া-জলক:** থিয় হৈ দুই হাত ( শিথিল অৰ্ধচন্দ্ৰ ) বুকৰ ওপৰে ওপৰলৈ চোঁচা মাৰি বাহিৰ উলিয়াব বংশী ( তৰ্জনী-থিয় মৃগশীৰ্ষ ) হাত দি পোনে পোনে, চাৰিবাৰ এনেকৈ জলক মাৰি এপাক থিতাতে ঘূৰি ৰ'ব।

৫। **সিংহ-জলক:** দুই হাতেৰে ( অৰ্ধচন্দ্ৰ ) পেৰেঙনি পাতি ( অৰ্থাৎ তেনেকৈয়ে স্বস্তিক হাত দি ) কঁপাই কঁপাই ভৰি দুটা চোঁচৰাই চোঁচৰাই কাষলৈ আতৰি গৈ হাত চোঁচা মাৰি এটা ভৰি পিছলৈ দি আঠু কাঢি বৈ দুই হাত ( মৃগশীৰ্ষ ) গাৰপৰা আঁতৰ কৰি ৰাখিব।

৬। **ওৰা:** দুই ভৰিৰ গেৰোৱা এৰেগেতমান আতৰি-আতৰি কৰি আঙুলিবোৰ বাহিৰফালে পোনাই দুই ভৰিৰে এডাল ৰেখা কৰিব, দুই আঁঠু ভাজ কৰি চাপৰি দুই হাত ( বুঢ়া আঙুলি কুঁজা কৰি পতাক ) বা-বিচনিৰ পোনে দাঁতিলৈ ৰখাব। ইয়াকে 'মতা ওৰা' বোলা হয়, 'মাইকী ওৰা' ধৰোতে হাত দুখন বাহুৰ পোনে সমুখলৈ নি ৰাখিব লাগে।

৭। **ওৰাত-বহা:** হাত যোৰ কৰি ওপৰৰ ওৰাৰ দৰে ভৰিৰ অৱস্থা কৰি বহি যাব।

৮। **বহি-চটা:** ওৰাত বহি হাতৰ ( পতাক ) আঙুলি মেলি মাটিৰ ওপৰে লৈ চাই জলক মাৰি থিয় হৈ হাত-ভৰি একতীয়া কৰি হাত ( বুঢ়া আঙুলি কুঁজা কৰি পতাক ) বাহিৰমুৱা কৰি ৰাখিব।

৯। **ওৰা-চটা.** ওৰাত থিয় হৈ হাত মাৰি এক হাত বুকুৰ সমানে দাঁতিত বাহিৰমুৱা কৰি ৰখাই লগে লগে ভৰিও ঘূৰাই ৰ'ব।

১০। **উধা-চটা:** সাধাৰণ থিয় হোৱা অৱস্থাৰপৰা দাঁতিত ওপৰৰপৰা জলক মাৰি আনি কাতি হৈ ৰ'ব। হাত তল-ওপৰ হ'ব।

১১। **মোৰোপা:** ওৰাত থিয় হৈ হাত ওপৰৰ দাঁতিৰপৰা পকাই আনি ক্ৰমে বিপৰীত গেৰোৱাত বহি ৰ'ব। আনখন হাত বুকুত ৰাখিব।

১২। **খৰ** • দুই হাতৰ তলুৱা আগফালে মাটিত খপকৈ পাৰি গা সমান আৰু পোন ৰাখি ভৰি দাঙি খৰ মাৰিব।

১৩। **জুটি-খৰ** • খৰৰ অৱস্থাৰপৰা ওলটাই থিয় অৱস্থালৈ আহিব।

১৪। **কাছ-বান্ধ** : দুই ভৰি কৰঙনত তুলি, আগলৈ মাটিত বুকু দি পাৰি, দুই হাত মুঠি মাৰি দুইফালে দীঘলকৈ মাটিত পেলাই, মুখখনো কাতি কৰি মাটিত পাতিব। কৰঙন দুটা মাটিত লাগি থাকিব লাগে, নালাগিলে বাযনে গৰকি লগাই দিয়ে।

১৫। **টুকুৰা-পাক** : ওৰাত থিয় হৈ, এখন হাত (পতাক) আগলৈ মেলি আনখন হাত বুকুত ৰাখি, আকৌ হাত ইখন আগ সিখন পিছ কৰি, দুইখন হাত (পতাক) বুকুৰ সমানে মাটিৰ ওপৰত লম্ব যেন কৰি ৰাখি এটা ভৰিৰ ওপৰত ঘূৰিব।

১৬। **খিতা-পাক** • ঠাইতে এটা ভৰিৰে তাল দি দি হাত দুখন সমানে তললৈ ঠেও দি দি মাৰি ঘূৰিব।

১৭। **আঁকল পাক** • দুই হাত (পতাক) ওপৰলৈ তুলি (স্বস্তিক কৰি), ওৰাত বহি, পুনৰ থিয় হৈ, এটা ভৰি আগফালে দাঙি আনটো ভৰিৰ ফালে পাক মাৰি ঘূৰি সমুখে ৰ'ব। আকৌ আনটো ভৰি তুলি পাক মাৰিব।

১৮। **শাৰী-পাক** দুই হাত (পতাক) বা বিচনিৰ সমানে বাহিৰমুৱা কৰি ৰাখি একে শাৰীতে পাক মাৰি ৰ'বগৈ।

১৯। **কাতি পাক** ওপৰৰটোৰে একে, মাথোন হাত দুখন কতীযাকৈ ল'ব লাগে।

২০। **গেৰি-পাক** এটা ভৰি দাঙি সেই ফালৰ হাতখন (মৃগশীৰ্ষ) মূৰৰ সমানলৈ দাঙি আনখন হাত (মৃগশীৰ্ষ) কঁকালৰ সমানে ৰাখি পাক মাৰিব। পুনৰ আনটো ভৰিৰে কৰিব।

২১। **চেৰেকি-পাক** : দুই হাত সমানে বৃত্তাকাৰে ঘূৰাই কোবেৰে শাৰীত পাক মাৰি ৰব।

২২। **উধা-চেৰেকি পাক** ওপৰৰটোৰে একে, মাথোন ঘূৰোতে দুই ভৰিৰে জপিয়াব।

২৩। **উৰ পাক** কাতি-পাকৰ দৰেই, মাত্ৰ হাত তলে মাটিত লাগোঁ লাগোঁ হ'ব লাগে।

২৪। **উৰ-পাক-টুকুৰা** : উৰ-পাক দি টুকুৰা পাক (ওপৰত চাওক) মাৰিব।

২৫। **ঠেং মেলা টুকুৰা পাক** এটা ভৰি নিজ ঠাইতে ৰাখি ইটো ভৰি মেলি মেলি দুই হাত চেৰেকি-পাকৰ দৰে মাৰি ঘূৰিব।

২৬। **আঁঠু লম** : আঠু কাটি এখন হাত পেটত দি আনখন ওপৰলৈ তুলি ক্ৰমাৎ শিৰে সৈতে পিছফালে মাটিত লগাবগৈ, মাটিত চিত কৰি পাৰিব।

২৭। **থিয়-লম** : ভৰি মেলি বুকত হাত যোৰ কৰি বৈ ক্ৰমাৎ পাছফালে হাউলি মূৰ মাটিত লগাবগৈ, হাতো মাটিত পেলাবগৈ।

২৮। কাত্তি-লন: থিয় অৱস্থাৰপৰা এখন হাত দাঁতিৰ মাটিত লগাই, ইখন হাতো মাটিত লগাবগৈ। ভৰি কিন্তু একে ঠাইতে থাকিব। ঘূৰি ঘূৰি গৈ থাকিব পাৰে।

২৯। উধা-লন: দুই হাত মাটিত চিত কৰি পেলাই, লাহেকৈ দুই ঠেং মাটিৰ লম্বভাৱে থিয় কৰি হাতেৰে খোজ কাঢ়িব।

৩০। চলনা এখন হাত ডিঙিৰ কাষলৈ চপাই, আনখন হাত অলপ দাঁতিলৈ পেলাই তলমুৰাকৈ মেলি লৰাই লৰাই আগ বাঢ়িব। দুই ভৰি নিজ নিজ হাতৰ সমানে যাব।

৩১। হাড়-ভগা এটা ভৰি আঠুৰ ওপৰলৈ দাঙি আন দাঁতিলৈ মাৰি দুই হাত (পতাক) বুকুৰ সমানে আনফালে মাৰিব। এনেকৈ মাৰোঁতে হাড়ৰ শব্দ হ'ব লাগে।

৩২। হাত-পকোৱা এক হাত কঁকালত ৰাখি আনখন হাত তাৰ সমানে বৃত্তাকাৰে মাৰিব। পিছত দুই হাত পকাব।

৩৩। পানী-সিঁচা দুই ভৰি লগা লগিকৈ সমানে ৰাখি আগফালে হাউলি হাত তলমুৰাকৈ সমানে আগত ৰাখি (দোলা) দুইফালে বাউসিৰ সমানে ৰাখিব। চকু, গা লগে লগে যাব।

৩৪। যাঁতনি সোঁ হাত (সন্দংশ) বুকুত ৰাখি, বাঁও হাত চোঁচা মাৰি (পতাক) সোঁ ফাললৈ বুকুৰ সমানলৈ দি, বাঁও ভৰি সোঁৰ পিছলৈ দি, পুনৰ বাঁও ভৰি আগৰ ঠাইলৈ আনি, তাৰ গেৰোৱাৰ ওপৰত বহিব। পুনৰ আনফালে কৰিব।

৩৫। পচলা-তোলা কঁকালত হাত দি দুই ভৰি লগা লগিকৈ সমানে ৰাখি কঁকালত কঁকালৰ ওপৰৰ অংশ বৃত্তাকাৰে ঘূৰাব।

৩৬। কঁকিলা-খোঁচা° সোঁ হাত (সন্দংশ) বুকত ৰাখি, বাঁও হাত বাহিৰমুৰা কৰি, ওৰাত বহিব, পুনৰ উঠি বাঁও হাত সোঁ ফালে লয়েৰে সোঁ দাঁতিলৈ আনি গা ভাজ কৰি ৰব।

৩৭। তমাল-মোচৰা ৬৭ পৃষ্ঠাত আউনীআটিৰ চালনী-সৰকা চাওক।

৩৮। তেলটুপি° ৬৭ পৃষ্ঠাত আউনীআটিৰ তেলটুপি চাওক।

৩৯। ম'ৰাই-পানী খোৱা: ৬৭ পৃষ্ঠাত আউনীআটিৰ এই আখৰা চাওক।

৪০। কাম্মি টনা. মাটিত লগাই ভৰি আগলৈ কৰি বহি সোঁ হাতেৰে সোঁ ভৰিৰ বুঢ়া আঙুলিত ধৰি পিছ ফাললৈ নি হাত-ভৰিৰ মাজে মূৰ সৰকাই ইটো ভৰিৰ তলে হাত-ভৰি আগৰ অৱস্থালৈ আনিব।

৪১। খহকি: ওৰাত বহি দুই হাত বাহিৰ ফালে জলক মাৰি দুই ভৰিৰে জাপ মাৰি, একতীয়াহৈ, সোঁ হাত আৰু সোঁ আঁঠু মাটিত পেলাই, বাঁও ভৰি চোঁচৰাই ঘূৰি ওভতমুৰে বৈ আগৰ দৰে কৰিব।

৪২। আঁঠৱা: আঁঠু দাঙি লৈ ভাজ কৰি বহি এক হাত (কৰ্তৰীমুখ) আগলৈ

কৰি লগে লগে সেই কালৰ আঁঠু মাটিৰ ওচৰ কৰি, আকৌ আন হাত আন আঁঠু সেইদৰে টপ্ টপ্ কৰে ভাঁজ কৰিব।

৪৩। **ছত্ৰাৱলী :** আঁঠুৰা দি দুই হাত আগলৈ মাটিত পেলাই ভৰিৰে আনটো ভৰি সাৰটি জাপ মাৰি সাধাৰণ অৱস্থালৈ আহিব।

৪৪। **বাঘ-জাপ ॰** হাতেৰে জলক মাৰি ভৰি দুটা পাছফালে তপিনাত লগাকৈ মাৰিব।

শ্ৰীবোধেশ্বৰ শইকীয়া বায়নে কয় মাটি আখৰা চৌষষ্ঠিখন। তাৰে ওপৰত দিয়াৰ বাহিৰেও ওবাত-জাঁপ, ভেকোলা-জাপ, সমুখলৈ চটা, কতীয়া চটা, মতা-পাক, মাইকী-পাক ('চালি নাচ' চাওক), এটীয়া ভৰিৰ পাক, হাত-সলোৱা, গেৰোৱা চোৱা, বুকু চোৱা, চিটিকা, কেটেলা আদি আছে।

ভকতৰ ল'ৰাক নাচ শিকাবলৈ ধৰোতেই বায়নে আৰম্ভণিতে এইটি আখৰা কৰায় চিত হৈ মাটিত পৰি, সোঁ গাল কাতিকৈ মাটিত পেলাই, হাত দুখন বাহুৰ সমানে পোনকৈ মেলিব, ভৰি দুটাও সমানে বহলাই মেলি আঠুৰ তলছোৱা চপাই আনি গেৰোৱাত লগাব। ইয়াতে বায়নে হাত বা ভৰিৰে নটুৱাৰ বাহুৰপৰা তপিনালৈ হেঁচিব।

**আউনীআটি সত্ৰৰ মাটি-আখৰা ॰** টঙ্কেশ্বৰ বায়নৰপৰা আউনীআটি সত্ৰৰ মাটি আখৰাৰ বিৱৰণ লোৱা হৈছিল ১৯৫৭ চনতে।

১। **কাছ-বান্ধ ॰** লেপেটা কাটি বহি, দুই ভৰি বিপৰীত দুই কৰঙনত তুলিব। এতিয়া আগলৈ হালি বুকু-পেট-কৰঙন মাটিত লগাই পৰিব, দুই হাত মুঠি মাৰি দুফালে মাটিত লগাই পেলাব, মুখ কাতি কৰি মাটিত কাতি কৰি পেলাব। সাধাৰণতে প্ৰথম অৱস্থাত কৰঙন মাটিত লাগি নাথাকে। বায়নে ভৰিৰে গৰকি মাটিত লগাই দিয়াৰ পিছত শিক্ষাৰ্থীয়ে লগাব পৰা হয়। এইটো কৰিব পাৰিলে ওৰা-চটা আদি অতি সহজ হৈ পৰে।

২। **ধেনু-ভঙা** তললৈ মু'কৈ উবুৰি হৈ পৰিব। দুই ভৰিৰ গেৰোৱা মুৰে মুৰে লগাব, এনে কৰাত দুই আঁঠুত ভাঁজ হ'ব। কিন্তু আঁঠ মাটিত লাগি থাকিব। হাত দুখন চিত কৰি আগফালে মাটিত পেলাব। মুৰটো ক্ৰমাৎ ফেঁট তুলি সমস্ত শৰীৰটো ধেনু-ভিৰীয়া কৰিব।

৩। **বৈঠকী আঁঠু-ভৰি ভঙা ॰** লেপেটা কাটি বহি কৰঙন কলাফুলৰ কাষ ভাগ মাটিত পেলাই দুই ভৰি-তলুৱা জোৰা লগাব। (সাধাৰণতে প্ৰথম অৱস্থাত ঠেঙৰ কাষ-ভাগ মাটিত পেলাই বহা টান, বায়নে দুই ভৰিৰে গৰকি এই অংশ মাটিত লগাব।) হাতৰ তলুৱা দুখন দুই ভৰিৰ আগত উবুৰি কৰি পেলাব। এতিয়া নাকেৰে দুই ভৰিৰ বুঢ়া আঙুলি শুঙিব।

৪। **হাঘ-মোচৰা :** লেপেটা কাটি বহি কৰঙন-কলাফুলৰ কাষ-ভাগ মাটিত পেলাই দুই ভৰি-তলুৱা জোৰা লগাব। এতিয়া শৰীৰৰ ওপৰ ভাগ পিছফালে পোনে পোনে মাটিত পেলাই দুয়ো কালে আঁঠুত লগালৈকে লৰাব।

৫। **চালনী-সৰকা:** বাঁও হাতেৰে সোঁ হাতৰ মুঠিত ধৰি, সোঁ হাত মাটিত পাৰি, শৰীৰ তলমুৱাকৈ ধেনু-ভিৰীয়া কৰিব। এতিয়া দুই হাতৰ মাজেদি মুৰটো সৰকাই সমস্ত শৰীৰ লুটিয়াই উবুৰি কৰি পুনৰ প্ৰথমৰ অৱস্থালৈ আনিব। পুনৰ সোঁ হাতেৰে বাঁও হাতৰ মুঠিত ধৰি একেভাৱে অনুশীলন কৰিব।

৬। **মৈৰা-পানী-খোৱা** চিত হৈ দীঘল দি পৰি বাঁও হাত কঁকালৰ ওচৰৰ মাটিত আৰু সোঁ হাত বুকুৰ কাষৰ মাটিত দি, দুই ভৰি সমানে ওপৰলৈ তুলি মাটিৰ ওপৰত লম্বভাৱে পৰাকৈ থিয় কৰিব। মুৰ কাতিকৈ মাটিত লগাব।

৭। **অঙঠা-সৰকা** ভৰি দুখন সমানে লগালগিকৈ আগলৈ মেলি মাটিত বহিব। পোনতে সোঁ হাতেৰে সো ভৰিৰ বুঢ়া আঙুলিত ধৰি, বাঁওফালে কাতি হৈ উবুৰি হৈ মুৰটো হাত ভৰিৰ অঙঠাৰ মাজেদি ভিতৰফালে সৰকাই ওপৰলৈ চিত হ'ব, বাঁও ভৰিটো অঙঠাৰ মাজে সৰকাই আগৰ অৱস্থালৈ আহিব। দ্বিতীয়তে, বাঁও হাতেৰে বাঁও ভৰিৰ বুঢ়া আঙুলিত ধৰি ওপৰৰ দৰে কৰিব। কিন্তু ইবাৰ পাকবোৰ ওলোটা হ'ব।

৮। **কৈঁচুমুৰীয়া** ভৰি দুখন সমানে লগালগিকৈ আগলৈ মেলি বহিব। দুই হাতে দুই ভৰিৰ বুঢ়া আঙুলিত ধৰি তপিনাৰ ওচৰলৈকে টানি আনিব। তাৰ পিছত দুই আঁঠু কাষলৈ নি মাটিত লগাই, শৰীৰৰ ওপৰ ভাগেৰে পিছফালে শুই দি, মুৰ ইকাতি-সিকাতি কৰি লগে লগে বাহু-ভাগ মাটিত লগাব।

৯। **দুই হাতে অঙঠা-সৰকা** ভৰি দুখন সমানে লগা লগিকৈ আগলৈ মেলি বহিব। দুই হাতে দুই ভৰিৰ বুঢ়া আঙুলিত ধৰিব (ইয়াতে আঁঠু ওপৰলৈ ভাজ হ'ব) আৰু তপিনাৰ ওচৰলৈ আনিব। শৰীৰৰ ওপৰ ভাগেৰে পিছফালে শুই দি, মুৰ আৰু ভৰি মাটিত ৰাখি শৰীৰৰ মাজ ভাগ ওপৰলৈ দাঙিব, আৰু যেই কোনো একালে হাত ভৰিৰ মাজে সমস্ত শৰীৰ সৰকাব।

১০। **তেলটুপি** তললৈ মু' কৰি দীঘল দি পৰি দুই হাত দুই কৰঙনৰ তলত ৰাখিব। দুই ঠেং লগালগিকৈ ওপৰলৈ তুলি আনি দুই ভৰিৰ আগ মুৰত লগাব।

১১। **বাঘ-জঁাপ:** সমানভাৱে থিয় হৈ হাত দুখন শৰীৰৰ কাষত সমানে ৰাখিব। এতিয়া থিতাতে কাতি হৈ লগতে হাত দুখন (পদ্মকোষ) ওপৰলৈ তুলি সোঁ ভৰিত ভিৰ দি বাঁও ভৰি দাঙি, দুই হাত আঁতৰ কৰি ৰাখি ৰ'ব।

১২। **দুই ভৰিৰ বৈঠকী লন.** ভৰি দুখন আঁতৰা-আঁতৰি কৰি থিয় হ'ব। এতিয়া দুই হাত বুকুত যোৰ কৰি, লাহে লাহে একালে গেবোৰা দাঙি তললৈ বহি যাব।

১৩। **এহাতে দিয়া আঁঠু-লন:** আঁঠু কাঢ়ি এখন হাত (সন্দংশ) পেটত ৰাখি, আনখন হাত (সন্দংশ) ওপৰলৈ তুলি ক্ৰমাৎ পিৰে সৈতে পিছফালে মাটিত লগাবগৈ। হাত পিছফালে মাটিত চিত হৈ পৰিব।

১৪। **দুই হাতৰ থিয়-লন:** থিয় হৈ দুই হাত (পতাক) ওপৰলৈ তুলি

ক্ৰমাৎ শিৰে সৈতে পিছফালে মাটিত লগাবগৈ। হাত পিছফালে মাটিত চিত হৈ পৰিব।

১৫। এহাতে ভিয়া থিয়-লন ঃ থিয় হৈ এখন হাত ( সন্দংশ ) পেটত ৰাখি, আনখন হাত ( সন্দংশ ) ওপৰলৈ তুলি ক্ৰমাৎ শিৰে সৈতে পিছফালে মাটিত লগাবগৈ।

১৬। দুই হাত সাবটি ধৰা থিয়-লন ঃ দুই হাতে দুই হাতৰ বাহুত সাবটি ধৰি ( নিষধৰ দৰে ) ক্ৰমাৎ শিৰ পিছলৈ নি মাটিত লগাবগৈ।

১৭। ওপৰলৈ ঠেং কৰি দুই হাতে খোজ কাঢ়ি যোৱা উৰ্দ্ধ-লন দুই হাত মাটিত চিত কৰি, লাহেকৈ দুই ঠেং মাটিত লম্বভাৱে থিয় কৰি, হাতেৰে খোজ কাঢ়িব।

১৮। চিত খৰ দুই হাত সন্মুখৰ মাটিত খপ কৰি চিত কৰি থৈ আগলৈ খৰ মাৰি ৰ'ব।

১৯। ওলটা খৰ চিত খৰৰ এই অৱস্থাৰপৰা আকৌ পিছলৈ লুটি খৰ মাৰি থিয় অৱস্থালৈ আহিব।

২০। কাতি খৰ ঃ এখন হাত কাষৰৰ মাটিত খপ কৰি চিত কৰি পেলাই কাষৰলৈ খৰ মাৰি আনখন হাতত ভিৰ দি থিয় হ'ব।

২১। দুই হাতেৰে ভুমি-লন ঃ দুই ভৰি লগালগিকৈ সমানে ৰাখি থিয় হৈ, দুই হাত লগা লগিকৈ মূৰৰ ওপৰলৈ তুলি, লাহে লাহে পুনৰ আগলৈ আনি মাটি আৰু ভৰিৰ আঙুলিৰ আগ চুব।

২২। সমান ওৰা ঃ দুই গেৰোৱা লগা-লগি কৰি ভৰি ফেটাকৈ বহি, বুকুত হাত দুখন যোৰ কৰিব।

২৩। দুইফালে কাতি ওৰা দুই ভৰি আতৰাই থিয় হৈ দুই হাত লযেৰে তুলি একাষলৈ কাতি হৈ থিয় দি ৰ'ব। চকু লগে লগে যাব।

২৪। বেং জাপ হাতৰ আঙুলি বেঙৰ ঠেঙৰ দৰে মেলি মাটিত থাপি, বহি লৈ, দুই ভৰি সমানে তুলি জাপ মাৰি হাতৰ ওপৰত ভিৰ দি ৰ'ব।

২৫। দুই হাতৰ মাজে ভৰি নি সৰকোৱা লনৰ দৰে দুই হাত মাটিত চিতকৈ থাপি ভৰি দুটা মাটিৰ ওপৰে সম্পূৰ্ণ আগলৈ মাৰি পঠিযাব। পুনৰ ভৰি পিছলৈ মাৰিব।

২৬। পৃথিৱী ভ্ৰাণ লন ঃ ( সাধাৰণ লন ) দুই হাত মাটিত থাপি ভৰিৰ আঙুলিৰে মাথোঁ মাটি চুই শৰীৰ লাহে লাহে আগলৈ দি ফেট তুলিব।

২৭। উঠাল-জাঁপ ঃ দুই হাত মুঠি মাৰি এটা মুঠিৰে আন হাতৰ বুঢ়া আঙুলিত ধৰি, ক্ৰমে বুকুত আৰু কৰঙনৰ চুকত পৰাকৈ দুই হাত মাৰি মাৰি, দুই ভৰি সমানে খপ খপ কৰি পিছফালে তুলি ভপিনাত মাৰিব।

২৮। টুকুৰা জাঁপ দুই হাত ( সন্দংশ ) অঞ্জলি কৰি বুকুত থিয় কৰি লগালগিকৈ ধৰি দুই ভৰি সমানে খপ খপ কৰি পিছফালে তুলি ভপিনাত মাৰিব।

তাৰ পিছত আগলৈ জপিয়াই গৈ, সোঁ ভৰি আগ কৰি বাঁও হাতে কাতি হৈ ত্ৰিভঙ্গ হৈ ৰ'ব, সোঁ হাত (বংশী হাত) আগকালে কঁকালৰ সমানে আৰু বাঁও হাত (বংশী) বুকুৰ সমানে আগত ৰাখিব। *

২৯। **হনুমান-লম :** সোঁ ভৰি আগলৈ কৰি, দুই হাত মুঠি মাৰি, এখন হাতেৰে আনখনৰ বুঢ়া আঙুলিত ধৰি আগলৈ মেলি, ক্ৰমাৎ বাও ভৰিৰ ওপৰত বহিব, আকৌ উঠিব। আনফালেও কৰিব।

৩০। **শালিকী-চিপ** সমানভাৱে থিয় হৈ সোঁ ভৰি-গেৰোৱা তুলি কাতি কৈ ভাজ কৰি সোঁ হাত (পদ্মকোষ) কঁকালৰ সমানলৈ লয়েৰে তুলি, বাঁও হাতো (পদ্ম) বাঁও ফালে মুৰৰ সমানলৈ তুলি, সোঁ হাতলৈ জাপ মাৰি হাত গাৰপৰা আতৰাই ৰব। *

৩১। **জুটি :** ই এক পাদচালনাৰ ৰীতি, লগতে লয়েৰে দুই হাতেৰে (পদ্ম) চমক দি, বা মাটিৰ সমান্তৰালে আগত ভ্ৰমাই, বা আন ধৰণেও লাহ দিব পাৰে।

৩২। **ভেৰাই** ইও এক পাদচালনাৰ ৰীতি, লগতে হাত বিভিন্ন লয়েৰে দিব পাৰে।

৩৩। **সমান-চটা** সমানে থিয় হ'ব। হাত (পতাক) ওপৰলৈ তুলি চমক দি সোঁ ভৰি আঁতৰাই, ঘূৰাই, সোঁ ভৰি আগ আৰু বাঁও ভৰি পাছ কৰি ৰ'ব, সোঁ হাত চকুৰ ওপৰলৈ (চকু যাব তালৈ) বাঁও হাত কঁকালৰ সমানে ৰ'ব। দুই হাত বাহিৰলৈ মু'কৈ ৰ'ব। আকৌ আগৰ অৱস্থালৈ আহিব। একেমতে বাঁও ফাললৈও কৰিব।

৩৪। **কাতি চটা** কাতি হৈ সমানে থিয় হ'ব। বাকীখিনি সমান চটাৰ দৰে।

৩৫। **জলা পাক :** সমানভাৱে থিয় হোৱা অৱস্থাৰপৰা সোঁ ভৰিৰে আগলৈ জাপ মাৰি বৈ, বাঁও ভৰি পাছফালে মাটিৰ ওপৰলৈ দাঙি, আগলৈ গা ভাঁজ কৰি, দুই হাতে চমক দি, বাঁও হাত চকুৰ ওপৰলৈ কৰি ৰাখিব। থিতাতে ঘূৰি আগৰ ঠাইলৈ আহিব।

৩৬। **টুকুৰা-পাক** দুই হাতেৰে (সন্দংশ) থিয় অঞ্জলি কৰি বুকুত ৰাখি, দুই ভৰি সমানে খপ খপ কৰি, পিছফালে তুলি তপিনাত মাৰিব আৰু তৎক্ষণাৎ থিয় হৈ থিতাতে ঘূৰিব এপাক।

৩৭। **হাতৰ চমক :** হাত দুখন আগলৈ (বুকুৰ ওচৰলৈ) আনি ঘূৰাই লৈ দুই কাষলৈ আঁতৰাই নিব।

৩৮। **হাত-কঁপনি :** বুকুৰ আগত হাত (পতাক) ওপৰ-তলকৈ ৰাখি লবাৰ।

৩৯। **সমান হাতৰ ওৰা.** সমানভাৱে থিয় হৈ লৈ, দুই ভৰি পখালিকৈ মেলি আঁঠুৰ ভাজ কৰি, দুই হাত (পতাক) মুৰৰ সমানলৈ তুলি মুৰৰ বিপৰীত মুৱা কৰি ৰাখিব।

৪০। **হাতৰ ফুল ওৰা :** সমানভাৱে থিয় হৈ লৈ, দুই ভৰি পখালিকৈ মেলি

আঁঠু ভাঁজ কৰি, দুই হাত ( পদ্মকোষ ) লয়েৰে তুলি, চকুৰ সমানে সমুখত সোঁ হাত, আৰু সমুখত অলপ তলত বাঁও হাত ৰখাব।

৪১। **কঁাড় পাক** সোঁ ভৰি দাঁতিলৈ মেলি, দুই হাত মুৰৰ সমানে কাষৰত তুলি, সোঁ ফাললৈ চাৰি পাঁচবাৰ ঘূৰি কাতি হৈ ত্ৰিভঙ্গ হৈ বৈ সোঁ ভৰি পাছলৈ দি অলপ কুঁজাকৈ বৈ দুই হাত কৰি প্ৰণাম ওপৰলৈ ৰাখিব।

৪২। **হাত-পকোৱা :** আঁঠু কাঢি বৈ বা ওৰাত দুই হাত চাৰি সংখ্যাটোৰ আকাৰে ঘূৰাব।

ইয়াৰ উপৰি উৰা পাক, উঘা পাক আছে। টঙ্কেশ্বৰ বায়নৰপৰা পোৱামতে আউনীআটিৰ আখৰাৰ সংখ্যা ইয়াতে সমাপ্ত।

**ওজা-পালিৰ শিক্ষা :** সত্ৰলৈ নতুনকৈ ভকত হ'বলৈ অহা ল'ৰা সত্ৰৰ বুঢা-ভকত একোজনৰ জিম্মাত দি দিয়া হয়। সেই বুঢা ভকতেই ল'ৰাটিৰ পিতৃ-মাতৃৰ স্থান অধিকাৰ কৰে, ল'ৰাটিও সন্তহতে বুঢাভকতৰ হাত ধৰা আল ধৰাৰ দৰে হয়। তেনে ল'ৰাই ওজাৰ শিক্ষা ল'ব লগীয়া হ'লে সত্ৰৰ এজন ওজাক অধ্যাপক-ৰূপে ল'ব লাগে। বুঢাভকতে ল'ৰাজনক ( আলধৰা ) নি এজন ভাল বৰ ওজাৰ ওচৰত ওজা শিক্ষা কৰিবৰ কাৰণে গতাই দিব। এটা কাঠৰ চৰিযাত এগণ্ডা তামোল, এগুচি পাণ সজাই, তাৰ ওপৰত এখন গামোচা, গামোচাৰ ওপৰত চাৰি অনা পইছা দি তাৰ ওপৰত এখন কলপাত দি ( এয়া অৰ্চনী ) অধ্যাপকৰ ফালে আগ বঢাই ল'ৰা জনৰ হতুৱাই সেৱা কৰাব। ল'ৰাজনৰ বুঢাভকতে অধ্যাপকক ক'ব, "ল'ৰাটিক এপাল পদ শিকাব লাগে", আৰু ক'ব, "গুৰু-কীৰ্তনতে ল'ৰাটিক তুলিব পাৰিলে ভাল হয়।" অধ্যাপকে "বাৰু" বুলি শলাগি সেইদিনাৰপৰা ল'ৰাজনক ওজা পালি শিক্ষা দিব। শিক্ষাৰ সময়ো মন কৰিব লগীয়া। সন্ধিয়া দবা মৰাৰ পাছত বহা-ঠাইত গুৰুজনাৰ চৰিত-পাঠ চলে, ইয়াকে বহা ঠাই বুলি কয়। বহা ঠাইৰ চৰিত-থলতে কীৰ্তন ঘৰত খোল-তালৰ প্ৰসঙ্গ হয়। এই সময়তেই সকলো ল'ৰাই যাৰ যি শিক্ষা তাকে কৰিবৰ কাৰণে অধ্যাপকৰ বহালৈ যায়, আৰু শ্ৰৱণী-কোবৰ দবা মাৰিলেই সকলো ল'ৰা অধ্যাপকৰ বহাৰপৰা নিজৰ বহালৈ আহিব। এই নিয়মেই সত্ৰীয়া বিদ্যা-শিক্ষা চলি আছে। ওজা তোলাৰ তিনি বা চাৰি দিনৰ আগতে ল'ৰাজনৰ মহলা লোৱা হয়। মহলা লোৱাৰ নিয়ম হ'ল . সত্ৰৰ অধিকাৰৰ ওচৰত সত্ৰৰ মুখ্য ভকতসকল আৰু ওজা-পালিয়ে ল'ৰাজনক ওজা গাবলৈ দিব। যেতিয়া সকলোৱে "ভাল হৈছে" বুলি ক'ব, তেতিয়া ল'ৰাজনক নিৰ্দিষ্ট দিনত ওজা উঠিবলৈ দিব। নহ'লে আৰু কিছুমান দিন ভালকৈ শিক্ষা দিবৰ কাৰণে অধ্যাপকক ক'ব। সত্ৰীয়া সকলো বিদ্যা-শিক্ষাৰ পৰীক্ষা এনে নিয়মেই চলে। ( শ্ৰীবোধেশ্বৰ শইকীয়া )

ওজাৰ বিদ্যাৰ ভিতৰত নাচ কৰা, গীত গোৱা, গীতৰ তাল-মান অনুসৰি খুটিতাল বজোৱা আদি পৰে।

**সূত্ৰধাৰী নাচ.**

**সাজ পাৰ ঃ** মূৰত সূত্ৰধাৰী পাগ। তাক মোগলাই টুপী বা পাগুৰি কমলা বাৰীত নোবোলে। কিন্তু এই পাগ দেখাত 'মোগলাই পাগৰ দৰে। তল তৰপ মূৰত লিপিট খাই কাণৰ তলে কপালৰ ওপৰে সমানে পৰে। ওপৰভাগ গায়নীয়া বা গায়ন-বায়নৰ পাগুৰিৰ আগফালটো পাছ কৰি ধহুৱালে যেনে হব তেনেই অৰ্থাৎ পাছফালে জো‸ এটি পৰেগৈ। কিন্তু ওপৰে শিৰৰ আগৰপৰা পাছলৈ খাল পৰি দুই কাষ সিৰ প্যাতি থিয় হয়। এই পাগ কৰোতে যথেষ্ট মেহনত হয়। আজি কালি মাটিৰে মূৰৰ সাচ এটা কৰি তাত কেন্দু এঠা লগাই তুলাপাত খুৱাই টুপীয়ে ঢাকিব লগীয়া অংশটি ঢাকি লৈ ওপৰত কোৰা তল তৰপ ক লা পটিৰে কৰি ওপৰত বগা পটি মেৰিয়াই মেৰিয়াই টুপীৰ ঠগটো কৰা হয়। এইদৰে মেৰিযাই যাওতে বেজীৰে মাজে মাজে গাঁঠি গৈ কেন্দু এঠাৰে এঠাই এঠাই গৈ থাকিলে শুকোৱাৰ পিছত সি মটমটীয়া হৈ পৰিব আৰু মাটিৰ সাচৰপৰা এৰাই আহিব। তলৰ ক'লা পটিত চম্‌কি আদি লগাই ধুনীয়া কৰা হয় আৰু আগফালে ঠিক মাজতে ক লা মণি আদি খুৱাই কল্কি লগাই দিয়া হয়। তলত পিছফালে কানলৈকে ঢাকি কাপোৰ এখন লোৱা হয।

ওপৰৰ বৰ্ণনামতে পাগ কৰা ব্যায় সাপেক্ষ, কষ্ট সাপেক্ষ হোৱা বাবে আজি কালি তলৰ ক লা পটিৰ বাহিৰে আৰু বগা পটি ব্যৱহাৰ নকৰি কাগজ আৰু কাপোৰ তৰপে তৰপে এঠাই এঠাই লগাই পাগৰ ঠগটো কৰি তাৰ ওপৰত ৰূপালী ৰ‸ সানি চৰচকীয়া কৰা হয়। কিন্তু আগৰ বগা পটিৰে কৰাৰ দৰে বস্তুটি ধুনীয়া আৰু গহীন নহয়।

তথাকথিত মোগলাই পাগ সম্পৰ্কে আমাৰ দুটি প্ৰবন্ধ অনুসন্ধিৎসুসকলে চাব পাৰে বিংশ বছৰ ( ১৯৭১ ) Journal of the University of Gauhati ত 'The so-called Mughal head gear in art and in use in Assam আৰু নৱম বছৰ (১৯৭১) শাৰদীয় সংখ্যা 'নীলাচল'ত 'মোগলাই পাগুৰি"।

কাণত উন্তি লোকা পাৰৰ দৰে ওলমি থাকে।

গাত বগা, আস্তিনত কোঁচ থকা সূত্ৰধাৰী চোলা। ইয়াৰ ওপৰভাগ চাপকনৰ দৰে, কিন্তু চাপকনৰ দৰে হলো নহৈ গাত লিপিট খোৱা আৰু মাথোন কঁকাললৈকে পৰা হয়।

মুঠিত ৰূপৰ গাম খাৰু—সোণ-পানী চৰোৱা, বাখৰুৱা।

কঁকালৰপৰা ওলমাই শুধ বগা কপাহী লহঙা।

কঁকালৰ দাঁতিত ৰঙা বা কলপতীয়া শেল আৰু মূৰত ৰঙা বা ৰঙা-কলপতীয়া মিহলি ডাঙৰ ফুল বছা বগা কপাহী টঙালি।

গাত দীঘল মখমলৰ ৰঙাত বগা ফুল তোলা সূত্ৰধাৰী কাপোৰ দীঘলে দীঘলে জাপি আগফালে দুই মূৰ টঙালিৰ তলে আঁঠুলৈকে ওলমাই আৰু পাছফালে

কাপোৰখনৰ মাজভাগ টঙালিৰ তলতে শেষ কৰি পিন্ধা হয়। দুই ভৰিত জুনুকা।

**নাচ** সূত্ৰধাৰা ভাওনাৰ ঠাইলৈ অহাৰ লগে লগে আঁৰ কাপোৰ ধৰা, অগ্নিগড কৰা নিয়ম।

**বাজনা ১** সূত্ৰধাৰীয়ে প্ৰৱেশ কৰি আঠু পাৰি শিৰ মাটিত লগাই সেৱা কৰে, বাইজে হৰিধ্বনি দিয়ে। কেতিয়াবা সূত্ৰধাৰ প্ৰৱেশৰ আগৰপৰাই প্ৰথম বাজনাখন বাই থকা হয়। সূত্ৰধাৰে সেৱা কৰি থিয় হৈ সেই বাজনাতে সো হাত বাও ভৰি আগলৈ দি আকৌ বাও হাত সো ভৰি আগলে দি আগ বাঢ়ি গৈ ভাওনাৰ ঠাইৰ আধাখিনি এৰি থৈ দুই হাত মূৰা মুৰিকৈ অলপ নিলগে মাটিত পাৰি, লাহে লাহে প্ৰামত নাচি পুনৰ প্ৰণাম কৰি ওৰা ( মতা ওৰা ) ধৰে।

**বাজনা ২** 'ধিনাও'ৰপৰা জলক মাৰি হাত দুখন ওপৰা উপৰিকৈ × আকৃতি কৰি 'খ্ৰি খ্ৰি বোলত হাত কঁপাই আগলৈ গৈ এপাক ঘূৰি আহিব।

**বাজনা ৩** ওৰা ধৰি উঠি থিয় হৈ হাত এবাৰ একাষে, এবাৰ আন কাষে দি নাচিব। 'তত্তাক ধেই দাও'ৰপৰা জলক মাৰি পাছলৈ গৈ ৰৈ যাব। আকৌ জলকত পাক মাৰি ঘূৰি আগৰ ঠাই পাবহি।

**বাজনা ৪** খৰ নাচ পৰিব।

**বাজনা ৫** "ধগা ধগা' বোলত ওজাৰ দৰে বৰাহৰ হাত দি অলপ আগফালে চাপৰি দুই হাত ঘনাই ওপৰা উপৰি কৰি মাৰি আগ বাঢ়িব। আৰু 'নিধেই ধেই ৰপৰা জলক মাৰি মতা পাক মাৰি পিছ হুহকিব। ধেতখিতি ৰপৰা পুনৰ আগলৈ যাব।

**বাজনা ৭** খৰ নাচ পৰিব।

**বাজনা ৮** 'ধেখিৰ ইখিৰ তাখিৰ ইখিৰ ত চন্দ্ৰ হাত দি নাচিব আৰু নাচ বাঢ়ি যাব 'তাখিৰ খিৰ তাৎ খিতি'ত হাত সলোৱা হাত পৰিব 'খিতা জিধেই খিতা ৰপৰা তেৱাৰি পৰিব। 'তাখিৰখিৰ বাও খিতি'ত এটা জলক মাৰি আগলৈ গৈ বহি আগলৈ হাত দি ৰব।

**বাজনা ৯** বহুত পাকৰ নাচ পৰিব।

**বাজনা ১০ ১১ ১২** বৰ খৰ নাচ। তেৱাৰি, হাত সলোৱা হাত আদিয়েই বেছিকৈ পৰে।

**বাজনা ১৩** 'ধগিতা'ত তেৱাৰি, 'ধেই ত্ৰিখি'ৰপৰা বৰাহৰ হাত আদি।

**বাজনা ১৪ ১৫** খৰ নাচ।

**বাজনা ১৬** 'জিধিনাক'ত হাত সলোৱা হাত। 'জিধিনাও'ৰপৰা আঠুৱা —মানুহটো আঠু মাটিত লগাই লগাই কৰ্ত্তৰীমুখ হাত যিটো আঠু পৰে তাত লগাই লগাই ছেও দিব। তাৰ পিছত খৰ নাচ পৰিব।

**বাজনা ১৭** খৰ নাচ।

**শ্লোকৰ নাচ** ঃ নাচ শিকোৱা বায়নজনে শ্লোকটো মুখেৰে গাই আৰু নাচত খোল বজাই থকা বায়ন দুজনে তাকে খোলত বজায় দুবাৰকৈ আৰু সূত্ৰধাৰীয়ে নাচে। বায়নে শ্লোক গাই থাকোঁতে সূত্ৰধাৰীয়ে নানাচে।

সূত্ৰধাৰৰ নৃত্যৰ পিছত নাটকৰ আন আন পাত্ৰসমূহৰ প্ৰৱেশ নৃত্য হয়। এই নৃত্যবিলাকৰ গতি বা বুলন আৰু আন চালনাবোৰ সুকীয়া সুকীয়া। নাচৰ বোলো সেইদৰে পৃথক। যশোদা আদি গোপীসকলে একতালিত, নাৰদে থুকনিত অসুৰবোৰে চুটা তালত প্ৰৱেশ কৰে।

**গোসাঁই-প্ৰৱেশৰ নাচ ঃ**

প্ৰৱেশ নৃত্যসমূহৰ ভিতৰত প্ৰধান সঙ্গী সমন্বিতে শ্ৰীকৃষ্ণৰ বা শ্ৰীৰামচন্দ্ৰৰ প্ৰৱেশ-নৃত্য। ইয়াকে কৃষ্ণ প্ৰৱেশৰ নাচ বা গোসাঁই প্ৰৱেশৰ নাচ বোলে। ক'ৰবাত কৃষ্ণ ভঙ্গি, মঞ্জুৰা নাচ, এনে নামো ব্যৱহাৰ কৰা শুনিছিলো। গোসাই প্ৰৱেশৰ নাচৰ বৈশিষ্ট্য হ'ল লালিত্য আৰু গাম্ভীৰ্য্য। নাচৰ দুটা ভাগ—বাজনাৰ নাচ আৰু ছোলোকৰ বা শ্লোকৰ নাচ। কৃষ্ণ আৰু ৰামচন্দ্ৰৰ নাচ বাজনা একেই। শ্লোক আৰু তাৰ নাচ মাথোন সুকীয়া। এই শ্লোক প্ৰকৃততে নাচৰ চলিত তালৰে ( চুটা আদি ) বিভিন্ন বোল। এনে বোল সূত্ৰধাৰীৰ নাচ, গোসাই প্ৰৱেশ আৰু গোপী প্ৰৱেশৰ নাচত মাথোন পোৱা যায় ওজা পালিৰ চাৰোণো প্ৰায় এই ধৰণৰ বস্তু। কৃষ্ণ, ৰামচন্দ্ৰ সূত্ৰধাৰী, গোপী, সকলোৰে নাচৰ ছোলোক সুকীয়া সুকীয়া। আমি ইয়াত উদ্ধৃতি নিদি এই বিষয়ত আমাৰ ইংৰাজী প্ৰবন্ধলৈ আঙুলিয়ালো। এই শ্লোকবিলাক কথক নাচৰ কৱিতৰ দৰে। বিষয় বস্তু অনুসৰি কৱিত সুকীয়া সুকীয়া হয়। যেনে ( শ্ৰীসুনীল বোঠৰীৰ সংগৃহীত )

১। মৈ তো আতী থী মধুৰ ধুন চালোৰে গুমান মেৰে।
সৰ ধৰ গুৰজ মেৰে ডগৰ নকৰ কী॥
গলহী মেঁ ৰোকে কান।
মাংগে ৰী অনোখে দান॥ ইত্যাদি

২। জটা জুট মথ গংগ খলক কত।
সীস চন্দ্ৰ ললাট ঝলক কত॥
ৰঁউ মাল গল শেষ শেষ ধৰ।
পাৰৱতীপতি শিৱ হৰ হৰ হৰ॥

সত্ৰীয়া নাচৰ ছোলোকবিলাক বায়নে পোনতে মুখেৰে গাই দিয়ে, আৰু তাৰ পিছত খোলত তোলে, তেতিয়াই সূত্ৰধাৰে ( বা গোসাঁয়ে বা গোপীয়ে ) নাচে।

সূত্ৰধাৰে নাটৰ সূত্ৰ ধৰি সঙ্গী সহিতে কৃষ্ণৰ প্ৰৱেশ ঘোষণা কৰে। এখন আঁৰকাপোৰ ধৰা হয়। তাৰ লগতে সূত্ৰধাৰী নাচৰ দৰে অগ্নিগড়ো কৰা হয়। হৰি-ধ্বনি আৰু দবা-কালিয়াৰ শব্দেৰে কীৰ্তন-ঘৰ বা ৰভা মুখৰ হৈ পৰে।

আৰকাপোৰ আঁতৰি যায়, আৰু কৃষ্ণ আৰু সংগীসকল প্ৰৱেশ কৰে। সভাস্থসকলে সকলোৱে মাটিত মূৰ লগাই সেৱা কৰে। কথক নাচতো সেই ৰীতি আছিল। মহাৰাজ বিন্দাদিনে যেতিয়া মুৰলীধৰ কৃষ্ণ ৰূপে প্ৰৱেশ কৰে, তেতিয়া সকলো দীঘল দি দি পৰিছিল। এতিয়া নৃত্য আৰম্ভ হয়। ৰাম আদিৰ প্ৰৱেশো একেধৰণেই হয়।

**কৃষ্ণৰ সাজ পাৰ:** পীত ধুতি, চুটি হাতৰ ক'লা বুকু চোলা আজি-কালি পৃষ্ঠ ঢৰা, কঁকালত কাঞ্চী, মূৰত সাচিপাতেৰে কৰা আৰু চাৰিওফালে কলৃকি দিয়া এসময়ৰ মণিপুৰী নাচৰ দৰে টালনি বা মুকুট, তাতে এটা মৰা-পাখি, অঙ্গমালা আৰু নেপূৰ। ৰামচন্দ্ৰৰ সাজো প্ৰায় একে , পৃষ্ঠ ঢৰা নাই।

কৃষ্ণৰ প্ৰৱেশ নৃত্যৰ বাহিৰে নাটত ৰাসৰ নাচ কালিযৰ শিৰত নাচ, লনী চুৰিৰ নাচ, কংসৰ ৰংগশালাৰ নাচ আদি বিবিধ নাচ আছে। সিবিলাকৰ বাজনা বেলেগ বেলেগ।

গোসাইৰ নাচৰ অন্তৰ্গত ছোলোকৰ নাচৰ শ্লোকবিলাকত য'ত কৃষ্ণৰ কথা আছে, সেয়া কৃষ্ণৰ নাচত আৰু য ত ৰামচন্দ্ৰৰ কথা আছে, সেযা ৰামচন্দ্ৰৰ নাচত লাগে।

**গোপী প্ৰৱেশৰ নাচ**

নাটৰ গোপীসকল যশোদা আৰু আন স্ত্ৰী চৰিত্ৰৰ প্ৰৱেশৰ নাচ অতি মধুৰ। গোপীসকলৰ সাজ চালি নাচৰ নটুৱাৰ দৰেই মাথোন ওৰোণা নলয। নাচৰ দুটা ভাগ– সাধাৰণ বাজনাৰ নাচ আৰু ছোলোকৰ নাচ।

**আন প্ৰৱেশৰ নাচ**

ৰজা বীৰ, ঋষি মুনি গৰুড় ৰাক্ষস, হনুমন্ত জাম্বৱন্ত আদি বানৰ ভালুক, দূত আদিৰ প্ৰৱেশৰ নাচ স্বকীযা স্বকীযা আৰু বাজনাবিলাকো পৃথক পৃথক।

**যুদ্ধৰ নাচ**

সকলো দৰ্শকৰে গা ৰণজিত ৰণজিত লগা ভাওনাৰ যুদ্ধৰ নাচ বৰ আকৰ্ষক। ধেনু, গদা, ঢাল তৰোৱাল আদিৰে যুদ্ধ কৰা নাচৰ ঠেও থমক বেলেগ বেলেগ। সমদলে কৰা নাচৰো বাজনা স্বকীয। যুদ্ধৰ বাবে মেলা যতি তালৰ বাজনাও আছে। ধেনুৰ যুদ্ধত গুণ টানি শব্দ কৰিব পৰা কেটেপ ধেনু এটি বিশেষ বস্তু।

**ধেমালি আৰু চাহিনি:**

নাট্যশাস্ত্ৰৰ বিহিত পূৰ্বৰংগৰ ( যন্নাট্যবস্তুনং পূৰ্বং ৰংগবিঘ্নোপশান্তয়ে কুশীলবাঃ প্ৰকুৰ্বন্তি পূৰ্বৰংগ স উচ্যতে ) নিচিনাকৈ ভাওনাৰ আৰম্ভতে ধেমালি ( শব্দটো সম্ভৱত 'পূৰ্বৰংগ'ৰ নৱ ৰূপ ) বজোৱা হয়। এই ধেমালি বাজনাৰ কামকে জোৰা বা গায়ন-বায়নৰ জোৰা বা গায়ন-বায়নৰ জোৰা উঠা বোলা হয়।

জোৰাত সাধাৰণ পক্ষত খোল লৈ আঠ-দহজন বায়ন আৰু ভোড-তাল ( সৰু

এবিধ, এসেৰ ছপোৱা ওজনৰ ) লোৱা গায়ন আঠ দহজন যোগ দিয়ে। কিন্তু পুৰণি কমলাবাৰীত আঢৈ কুৰিজন গায়ন, আঢৈ কুৰিজন বায়নেৰে কেতিয়াবা জোৰা উঠে। নাটকৰ সূত্ৰধাৰ ওলোৱালৈকে জোৰাৰ কাম চলি থাকে। জোৰা ভাওনাৰ ঠাই ( কীৰ্তন গৃহৰ বা ৰভাৰ মাজৰ ঠাইখিনি ) প্ৰৱেশ কৰোতে অগ্নিগড কৰা আৰু আৰিয়া ধৰাৰ নিয়ম পূৰ্ববেপৰা আছে। অগ্নিগড কৰোঁতে ধেনুৰ বা মেহৰাজিৰ আকৃতিৰ এডাল কাঠত কেইবাগছো ( ৯, ১২, ১৪, এনে সংখ্যাৰ ) শলিতা পুতি তোৰণৰ দৰে ধৰা হয় আৰু তাৰ তলে গায়ন বায়ন প্ৰৱেশ কৰে। দুজন মানুহে দুগচ আঁৰিয়া হাতত লৈ গায়ন বায়নৰ আগে আগে ছেৱে ছেৱে খোজ চলাই ফুৰে।

জোৰা উঠাৰ আৰম্ভতে হৰি-ধ্বনি দিয়া হয় আৰু লগে লগে জোৰা সোমাই আহে। মঞ্চত বহি একাতি হৈ এখন হাতে বায়নসকলে সেৱা জনায়, গায়নসকলেও থিয় হৈ মুৰ চপৰায। লগে লগে বহি চাহিনি বা বহা চাহিনি আৰম্ভ হয়। এই সময়ত বায়নহে বহি থাকে, গায়ন থিয় হৈয়ে ৰয়।

বহা চাহিনি অন্ত পৰিলে বায়নসকলো থিয় হয় আৰু গায়নসকলে থিয় চাহিনিৰ এটি ঘোষা ধৰে। ঘোষাৰ লগত কালি বাজে। লাগে লাগে গায়ন বায়নৰ বাজনাও চলে। থিয় চাহিনিৰ ঘোষাৰ উদাহৰণ

১। শঙ্কৰ মাধৱ এ ভৈলা অৱতাৰ।
ইবাৰ কৰিয়ো গুৰু জগত-উদ্ধাৰ ॥

২। আতাৰ থান।
দুয়োজনা গুৰু আহি কৰিলা নিৰ্মাণ ॥

৩। শ্ৰীশঙ্কৰ ( বা মহাপুৰুষ ) গুৰুদেৱৰ দুখানি চৰণ হে অভয় চৰণ।
হে ৰাতুল চৰণ।
কায বাক্য মনে হেৰা পশিলো শৰণ ॥

৪। বান্ধৱ মাধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি ॥

৫। বেহাৰে মধুপুৰ কামৰূপে বৰপেটা
উজানে কমলাবাৰী স্থান ভৰ পুৰ ॥

৬। হৰি পদ সেৱা নকৰে নিমিত্তে মায়ায়ে বান্ধি ফুৰাৱে।
তাৰত মায়াক নতৰে হৰিত শৰণ নলৱে যাৱে ॥

৭। হৰি-নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম-অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে বৈকুণ্ঠক ভেদি ॥

৮। হৰি হৰে বয় দোলা ধৰ্মে ধৰে ছাতি।
সেই দোলাত চৰি আসে কোন পুৰুষৰ নাতি ॥

থিয় চাহিনিৰ ঘোষাৰ লগত 'কীৰ্তন-ঘোষা'ৰপৰা এটি কীৰ্তন গোৱা হয়, কিন্তু তাৰ কেইফাঁকিমানহে পদ গোৱা হয়। এই পদে সৈতেহে থিয়-চাহিনিৰ বাজনা শেষ হ'লে সেই ঘোষা সামৰা হয়। এই চাহিনিত নাচ নাই। বায়নে খোল অংশত (তাতত্তা ধেগি ) গায়নৰ তালবোৰ বাজি থাকে, কিন্তু গায়নে খোল বজোৱা এৰি হাতেৰে সমুখত জলক মাৰে আৰু প্ৰধান এজন, দুজন বা তিনিজন বায়নে বাকী বায়নৰ মাজে মাজে 8 সংখ্যাটোৰ ওপৰত ঘূৰাৰ দৰে ঘূৰে ভৰি-মান দি। এই গতি দেখিবলৈ বৰ সুন্দৰ হয়। থুকনি তাল পৰাৰ লগে লগে (তানিতি তানি তিতি ) গায়নৰ খোলাৰপৰা বায়ন আগলৈ যায় ভৰিৰে মান দি দি। ঘোষা সামৰিলেই ধেমালি আৰম্ভ হয়।

ধেমালি সাধাৰণতে ভাওনাৰ পূৰ্বৰ বস্তু হলেও গুৰু তিথিৰ (শঙ্কৰদেৱ, মাধৱদেৱ, বদুলা আতাৰ তিৰোভাৱ তিথি) উপলক্ষ্য কৰি শাওণ মাহৰ ১৫ তাৰিখৰ-পৰাই প্ৰসঙ্গক্ৰমে ধেমালি বজোৱা আৰম্ভ কৰা হয়। সিদিনাৰপৰাই গধূলা তাল খোলৰ প্ৰসঙ্গত আঠ দিন আঠখন ধেমালি চলে—প্ৰথম দুদিন এখনকৈ ৰাগ ধেমালি, তৃতীয় চতুৰ্থত খৰ্ট প্ৰৱেশ, পঞ্চম দিনা বং ধেমালি, ষষ্ঠ দিনা গুৰু মৰ্দন সপ্তম চোঁ-ধেমালি, অষ্টম বৰপেটীয়া। তিথি চাৰি দিনীয়াকৈ পালন কৰা হয়। প্ৰথম দিনা (চাউল ভোজনি) পুৱাৰ নামপ্ৰসঙ্গৰ পিছত গুৰু মৰ্দন বজোৱাৰ পিছত বৰগায়নে ৰাগ দিব অহিৰ আৰু বাকীসকলেৰে অহিৰ ৰাগৰ বৰগীত তিনিটা গাব। শেহৰটি মানচোকত পৰে। সেই গীততে গায়ন বায়নে নাচ কৰিব। বিয়লি প্ৰসঙ্গত বং-ধেমালি বজোৱাৰ পিছত ঝুমুৰা নচুৱাব। গধূলা গুণমালা ভটিমাৰ প্ৰসঙ্গৰ পিছত চোৰ ধেমালি বজোৱাৰ পিছত মেলা প্ৰৱেশ বজাব। গুৰু তিথিৰ দ্বিতীয় দিনা (থাপনি) পুৱাৰ নাম প্ৰসঙ্গৰ পিছত গুৰু মৰ্দন ধেমালি বাজিব আৰু তাৰ পিছতে নাদু ভঙ্গি নচুওৱা হয়। বিয়লিৰ প্ৰসঙ্গত ৰাগ ৰেপণি (এবিধ চাহিনিৰ দৰে বাজনা) বজাই অতাই চালি নাচ নচুৱাব। গধূলা গুণমালা ভটিমাৰ পিছত ৰাম ধেমালি বাজনা তাৰ পিছত বৰ প্ৰৱেশ নাচ হ'ব। তৃতীয় দিনা (কীৰ্তন) পুৱা নাম-প্ৰসঙ্গৰ পিছত বৰপেটীয়া ধেমালি বজাব। তাৰ পিছত বাহাৰ নাচ হ'ব। বিয়লিৰ ওজা-পালিৰ প্ৰসঙ্গৰ পিছত ন ধেমালি বজাব। গধূলা তাল-খোলৰ প্ৰসঙ্গত এখন ৰাগ ধেমালি বজাব। নিশা চাৰিপৰীয়াত গা পা ধুই লৈ বৰ ধেমালি আৰু ঘোষা-বাদ্য (ঘোষা ধেমালি) কৰিব পুৱালৈকে। চতুৰ্থ দিনা (ভাঙনি) সমস্ত দিন চৰিত ভোলা হয়, সেইদিনা নিশালৈ তাল খোলৰ প্ৰসঙ্গত ৰাগ-ধেমালিৰ এখন (তাকে সৰু ধেমালিও বোলে) বজাব লাগে। তিনিও গুৰু কীৰ্তনতে এয়ে আহিঁ।

কমলাবাৰীত ভাওনাৰ আগতে জোৰা উঠি ন-ধেমালি বজায়। সেই ন-ধেমালিৰ শেহত ভাঙনিৰ 'তিনি তিনি তিনি তিনি' অংশৰপৰা আৰম্ভ কৰি বাঁয়া আৰু দাইনাৰ সুকীয়া সুকীয়াকৈ একেকালে হাত দি বজাব আৰু এফালৰপৰা আন ফালে হাত নিওঁতে হাত লয়লাসেৰে নিব।

বিহু পর্ব ফাকুৱা, ৰাস, গুৰু-কীৰ্তনৰ বাহিৰে সত্ৰৰ আন অধিকাৰ গোসাঁই সকলৰ তিথিতো ধেমালি বাদ্য পৰে। বিহু আৰু ফাকুৱাত গধূলা তাল খোলৰ প্ৰসঙ্গত ছোৰ-ধেমালি বজাব। কিন্তু ভাৱনা পাতিলে ন-ধেমালি বাজিব। ৰাসত গধূলা তাল খোলৰ প্ৰসঙ্গত ন ধেমালি বাজিব, লগতেই শঙ্কৰদেৱৰ 'কেলি গোপাল' নাটৰ ভাওনা হ'ব। গোসাইসকলৰ তিথিত পুৱা নাম প্ৰসঙ্গৰ পিছত বৰপেটীয়া ধেমালি বজাই অন্তত বাহাৰ নাচ দেখুৱাব, বিযলি ওজা পালিৰ পিছত ৰাগ ৰেপণি বজাই চালি-নাচ নচুৱাব। নিশাৰ পাঠ প্ৰসঙ্গৰ পিছত ন-ধেমালি বজাই ভাওনা কৰিব।

ধেমালি মুঠ ১২ খন ° ৰাগ-ধেমালি বা সৰু ধেমালি ২ খন খট প্ৰৱেশ ২ খন, বৎ ধেমালি ১ খন, গুৰু মৰ্দন ধেমালি ১ খন, ছোৰ-ধেমালি ১ খন ন ধেমালি ১ খন (দুটা খণ্ড), ৰাম ধেমালি ১ খন বৰ-ধেমালি ১ খন ঘোষা ধেমালি বা ঘোষা বাদ্য ১ খন আৰু বৰপেটীয়া ধেমালি ১ খন।

থিয় চাহিনি মুঠ ২ খন সকলো ধেমালিৰ লগৰ ১ খন, আৰু বৰ ধেমালিৰ লগৰ ১ খন।

বহি চাহিনি বা বহা চাহিনি মুঠ ২৫ খন ৰাগ ধেমালি আৰু খট প্ৰৱেশৰ লগৰ ৬ ন, বৎ ধেমালিৰ লগৰ ১ খন, গুৰু-মৰ্দন ধেমালিৰ লগৰ ১ খন, ছোৰ ধেমালিৰ লগত বজোৱা ২ খন (নিজা নহয়—সবহুৱা চাহিনিৰ এখন আৰু আন যেই কোনো চাহিনিৰ এখন পৰে), ন ধেমালিৰ লগৰ ২ খন, ৰাম ধেমালিৰ লগৰ ১ খন, বৰ ধেমালি আৰু ঘোষা ধেমালিৰ লগৰ মুঠ ৫ খন, বৰ পেটীয়া ধেমালিৰ ১ খন আৰু সবহুৱা (অৰ্থাৎ এজমালি) ৬ খন।

সকলো ধেমালিৰ আগে আগে চাহিনি পৰিব। পোনতে সবহুৱা চাহিনি এখন বজাই ধেমালিৰ নিজা চাহিনি মাৰি ধেমালিত ধৰা হয়।

বায়নে ধেমালিত ভৰি মান দি খোল বজায়। এই ভৰি-মান বিভিন্ন পদ চালনাৰ ৰীতি। তাৰে এটা হ'ল তেৰাৰি—(১) পোনতে সো ভৰি আগলে ৰাখি, (২) বাও ভৰি সো ভৰিৰ সমানে আগলৈ নি, (৩) সো ভৰি বাও ভৰিৰ পাছলৈ নি, (৪) বাও ভৰি সো ভৰিৰ পাছলি নিব। বাকীবোৰৰ নাম পোৱা নগ'ল।

ৰাগ ধেমালি আৰু খট-প্ৰৱেশত মাথোন ভৰি মানেই থাকে। বাকী সাতখন ধেমালিত (ঘোষা-ধেমালি এৰি) ভৰি মানৰ উপৰি বায়নসকলে লানি পাতি, গায়নেও তেওলোকৰ লগতে লানি পাতি টুক্ টুক্কৈ খোজেৰে পানী পকৰা দিব, অৰ্থাৎ ৪ সংখ্যাটো মাটিত লেখি তাৰ ওপৰে ওপৰে খোজ চলালে যেনে হ'ব তেনে গতিৰে চলিব।

প্ৰতি ধেমালিৰ আৰম্ভতে বায়নে বহি কাতি কৈ আৰু গায়নে থিয় হৈ মুৰ চপৰাই সেৱা জনায়। ধেমালিৰ অন্তত সকলোৱে সমুখলৈ মুৰ দোঁৱাই আৰু হাত কৰযোৰকৈ আঁঠু লয়।

**গায়ন বায়নৰ সাজ ঃ** গায়নে মুৰত বগা পাগুৰি (গায়নীয়া), বৰবায়ন হ'লে

তাতে দুধাৰ বকুল ফুলৰ মালা, গাত বগা চাপকন আঠুৰ তললৈকে পৰা, আৰু বগা চেলেং থোৰ মৰা চুৰিয়া, বৰবায়নৰ কণ্ঠত জপমালা। দোহৰীয়া কম বয়সীয়া বায়নে চেলেং নপৈ টঙালি মাৰে। গায়নে আঠুৰ ওপৰলৈ পৰা চাপকন বা সেই নিচিনা এটি চোলা পিন্ধে বাকা একে। প্ৰথম চাহিনি বজোৱা পৰতে থাই দেউৰিয়ে পোনতে বৰবায়ন বৰগায়ন, পিছত সকলো গায়ন বায়নকে ফুল পাত বা বকুল ফুলৰ মালাৰ নিৰ্মালি আৰু চন্দনৰ ফোট পিন্ধায়।

**গুৰু ঘাত** বৰ ধেমালি, ন ধেমালি, ৰাম ধেমালি, বৰপেটীয়া ধেমালি, ৰাগ ধেমালি আৰু খট প্ৰৱেশৰ আৰু নিত প্ৰসঙ্গৰ এটা এটাকৈ মুঠ ৬টা গুৰু-ঘাত। বৰ ধেমালিৰ ৰাগ সচাৰ বজোৱাৰ আগতে গায়নে বৰাডি ৰাগ দিযে। ৰাগৰ পিছত বজোৱা হয বুলিয়ে বাজনাখনৰ নাম ৰাগ সচাৰ।

**ঘোষা ধেমালি** ঘোষা ধেমালিক ওপৰ খাপৰ আৰু অতি পবিত্ৰ বস্তু বুলি গণ্য কৰা হয়। এইখনি ধেমালি শিকাওতেও গোপনভাৱে নিৰলাত শিকোৱা হয়, আক মানুহৰ মাজত নহয।

বৰ ধেমালিৰ চাহিনি বজাই বৰ ধেমালিও অন্ত কৰি ঘোষা বাগুত ধৰা হয। পোনতে আৰম্ভণিৰ গা মান আৰু পাঁচখন সচাৰ ( নাম প্ৰৱেশৰ সচাৰ ) বজাব আঠু কাঢি বহি বহি। প্ৰৱেশ সচাৰৰ আগে আগে একোকুটকৈ পাঁচকুট ঘোষা গোৱা হয—(১) হৰি লৈলো। প্ৰৱেশৰ সচাৰৰ পিছত হাতৰি সচাৰ বজাব একেদৰে বহি।

**হাতৰি সঁচাৰৰ হাত** সত্ৰত বৰ্তমানে তলত দিযামতে হাতৰি সচাৰৰ হাত দিযা হয।

**সচাৰ ১ প্ৰণাম** দুই পতাক হাতৰ আঙলি এৰা এৰি কৰি মুঠিত একেলগ কৰি মুজুৰা দি অৰ্থাৎ পকাই ঘূৰাব।

**মোৰোপা** দুই পতাক হাতৰ আঙলি এৰা এৰি কৰি তলুৱাৰ ওপৰত আঙুলি লৰাই লৰাই চলাই এখন ওপৰ আনখন তল আকৌ এখন তল আনখন ওপৰ কৰিব।

**মকৰা গুচুৱা।** দুই পতাক হাতৰ আঙুলি এৰা এৰি কৰি পকাই পকাই এবাৰ সোঁফালে সোঁহাত আনি আৰু তাৰ কিলাকুটিত সন্দংশ বাওহাত কৰি ক্ৰমে ওপৰলৈ তুলি নি বাও আঠুৰ ওপৰত ভিৰ দি দুই হাতে জলক মাৰিব সেইদৰে আকৌ বাওফালে কৰিব। আকৌ সেইদৰে সোঁফালে ঘূৰি কৰিব। আকৌ সেইদৰে সমুখলৈ ঘূৰি কৰিব।

**কৰ্তনি।** দুই পতাক হাত তলমুৱাকৈ সমান্তৰালভাৱে ধৰি এখন এবাৰ ওপৰ এবাৰ তল কৰি বেগেৰে ওপৰা-উপৰিকৈ বতাহকে কটাৰ দৰে মাৰিব।

**নাচ** দুই সন্দংশ হাতৰ পিঠি বুকুত দি ধৰিব আৰু দুই কাষৰলৈ আঙুলি পকাই এৰি দিব।

**সচাৰ ২ঃ তপ** দুই পতাক হাত কেৰেপাকৈ ধৰি দুই তলুৱা মুখা মুখিকৈ লগাই উৰ্ধ্ববাহু হৈ মূৰৰ ওপৰত ধৰিব।

**জপঃ** সোঁ সন্দংশ হাত তল মুৱা আৰু বাওঁ পতাক হাত ওপৰ মুৱা কৰি মুখা মুখিকৈ বুকুৰ আগত ৰাখিব। পিছত দুই হাতৰ অৱস্থান বদলাব।

**মৎস্যঃ** দুই পতাক হাত কেৰেপাকৈ, পিঠীয়া-পিঠিকৈ ৰাখি দুই বুঢ়া আঙুলি ঘনাই লৰাব।

**কূৰ্ম** দুই হাতৰ কনিষ্ঠা তজনী থিয় কৰি, অৱনত অনামিকা মধ্যমাৰ মূৰ আতৰি থকা বুঢ়া আঙুলিৰ গোৰলৈ হেঁচা মাৰি ধৰি সোঁ হাত তলমুৱে বাওঁ হাত ওপৰ মুৱে কৰি, মুঠিৰ ওপৰত মুখা মুখিকৈ ৰাখিব।

**ৰাজাঃ** বাঁও পতাক হাতৰ আঙুলি পকাই ওপৰ মুৱে বুকুৰ আগত ৰাখি সোঁ মুষ্টিক হাতৰ তৰ্জনী থিয় কৰি তাৰ তলত ৰাখিব। পিছৰ বাৰ হাতৰ অৱস্থা সলনি হৈ ৰহিব।

**সচাৰ ৩ চন্দ্ৰ** দুই পতাক হাতৰ আঙুলি পকাই পকাই মুখা মুখিকৈ কঁকালৰ সমানৰপৰা মূৰৰ ওপৰলৈ তুলিব আৰু আতৰা-আতৰি কৰি জলক মাৰিব।

**সূৰ্যঃ** দুই অলপদ্ম হাত ফেটেঙা কৰি বুকুৰ আগত সমুখলৈ মু' কৰি ৰাখি আঙুলি লৰাই ক্ৰমাৎ বহলাই নি জলক মাৰিব।

**বায়ু** দুই পতাক হাতৰ বুঢ়া আঙুলি আতৰাই মাটিৰ সমান্তৰাল কৰি বুকুৰ একাষলৈ এবাৰ আন কাষলৈ এবাৰ সমানে কঁপাই কঁপাই ওপৰলৈ নিব।

**বহ্নি** দুই পতাক হাতৰ বুঢ়া আঙুলি আতৰাই থিয় কৰি বুকুৰ সমুখত ওপৰ তল কৰি লৰাব।

**হস্তীঃ** দুই হাতৰ কনিষ্ঠা-তৰ্জনী থিয় কৰি, অৱনত অনামিকা মধ্যমাৰ মূৰ আতৰি থকা বুঢ়া আঙুলিৰ গোৰত লগাই সোঁ হাত বাঁও হাতৰ ওপৰত সমানে খুৱাব আৰু মূৰৰ ওপৰত আঙুলি আগ সমুখলৈ কৰি ৰাখিব। আকৌ একে বাঁও হাত সোঁ হাতৰ ওপৰত সমানে খুৱাব।

**সঁচাৰ ৪ পাঁজি কটাঃ** সোঁ মুষ্টিক হাতৰ তৰ্জনী থিয় কৰি বাহিৰমুৱে ওপৰলৈ আঙুলিয়াই আৰু বাওঁ সন্দংশ হাত ভিতৰমুৱে সমুখত মাজৰপৰা পকাই পকাই ক্ৰমে কাষৰলৈ আতৰাই নিব।

**সচাৰ ৫ বটু (বামন)** সমুখৰপৰা সন্দংশ সোঁ হাত ভিতৰমুৱে আৰু বাওঁ হাত বাহিৰমুৱে লৈ উপবীত দেখুৱাব অৰ্থাৎ সোঁ হাত নাভিৰ ওচৰত আৰু বাঁও হাত বাহুৰ ওপৰত ৰ'বগৈ।

সচাৰ ৪ আৰু ৫ত বায়নসকল দুশাৰী হৈ এজনৰ পিছত এজনকৈ লগা লগিকৈ বহে আৰু খোল বজাওঁতে আগৰ এজনৰ কিছু চাপৰ তেওঁৰ পিছৰজনৰ খোলত পৰেগৈ।

**খোল লোৱাঃ** বৰবায়নজনে বহি লৈ এবাৰটা খোল বজায়—ডিভিত আঁৰ

খাই থকা খোলটোৰ ওপৰত দুফালে দুজনে দুটা খোল সমানে ধৰি থাকে, একাষে দুটা খোল বাঁয়া আৰু দাইনা ওপৰ-মুকৈ বহুৱাই ৰখা হয়, আন কাষেও সেইদৰে থাকে, পাছফালে আগ ফালৰ দৰে তিনিটা খোল ৰখা হয়, মূৰৰ ওপৰত এটা খোল ধৰি ৰখা হয়।

অন্য বায়নে বহি লৈ সাতটা খোল বজায়—সমুখত তিনিটা, পিঠিত তিনিটা, মূৰৰ ওপৰত এটা।

**ঘোষা ধেমালিৰ ঘোষা** হাতৰি-সচাৰৰ গা মানৰ আগতে গায়নসকলে তাল মাটিত থৈ কৰযোৰকৈ আঁঠু কাটি এফাকি ঘোষা গায়। গায়নে ঘোষা গাওঁতে বায়নসকল সমুখৰপৰা আতৰি যায়। ঘোষা শেষ হ'লেই গায়নে হাতত তাল তুলি ল'লেই বায়নে আগত দুশাৰী বহি লৈ গা-মানত ধৰে। খোল লোৱাৰ গা-মানৰ পূৰ্বতে একুট ঘোষা গোৱা হয়। খোল লোৱাৰ বাজনাৰ শেষতত তালনি সচাৰ বায়নসকলে দুফালে দুটাকৈ খোল দাইনা ওপৰ কৰি থিয়কৈ বহুৱাই দুই হাতে 'দাও তিনিতিনি' বজাই বাওঁ হাতে 'দাও মাৰি সো হাত ওপৰলৈ খোলা কৰি ৰাখিব। সেইদৰে পিছৰবাৰ সো হাতে 'দাও' মাৰি বাওঁ হাত ওপৰলৈ কৰিব। 'ধিনাঙানা' অংশৰপৰা খোলৰ বাঁয়া দাইনা দুইফালে হাত পেলাই বায়নে বহি বজায়। শেষৰ গা মান, সচাৰ, ভাঙনি, সকলোখিনি বায়নে চাৰিজনকৈ, গায়নে পিছত চৌঘুৰিকৈ এশাৰী হৈ অগা পিছাকৈ ভৰি মান দি বজাব। শেষৰ লনা-ঘাতটি পিছৰ ফালে শাৰীত থিয় হৈ বজাই ধেমালি সামৰিব।

বৰধেমালিৰ ৰাগ-সচাৰৰ পিছতে ঘোষা-ধেমালি আৰম্ভ হোৱাৰ আগতে গায়ন বায়নে আঁঠু কাটি সেৱা জনায়।

১। হৰি লৈলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি ॥

২। হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অণু এক কৰা দায়া মায়া হোক দূৰ ॥

এই ঘোষা দুকুট বৰাড়ি ৰাগত গোৱা হয়। ইয়াৰ বাহিৰেও একে ৰাগতে স্থানে স্থানে তলৰ কেইকুট ঘোষা গোৱা হয়

৩। জয় জয় কৃপাময় দেৱ যদুপতি।
তোমাৰ চৰণে মাগোঁ অমল ভকতি ॥

৪। হে হে পৰমানন্দ প্ৰভু কৃপাসিন্ধু।
ভকতি আনন্দ-ৰস মাগোঁ এক বিন্দু ॥

৫। পতিত পৰিয়া ৰৈলো এ ভৱ সাগৰে।
পতিত-পাৱন নাম ভৈল কিবা তবে ॥

৬। অৰুণ চৰণে মই পাপীক তাৰিয়ো।
পতিত পাৱন নাম সঙ্কল্প কৰিয়ো ॥

৭। আতুৰ ভৈলোহো হৰি বিষয়-বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে॥
৮। হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ।
তনু নাব বুৰি আসে নাহিকে গিয়ান॥
৯। নাম ধন দিয়া মোৰে কিনা বনমালী।
দাস পায়া নলৱা কমন ঠাকুৰালি॥
১০। নিজ দাস কৰি হৰি মোৰে কিনা কিনা।
আন ধন নলাগয় নাম ধন বিনা॥
১১। জয় জয় ৰাম কৃষ্ণ শৰণ তোমাৰ।
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ॥
১২। দিয়ে দৰিশন পাৱে পশিলো শৰণ।
ভকত জনেৰ ধন তুমি নাৰাযণ॥

**চালি-নাচ :**

চালি নাচৰ মূল কি, স্পষ্টকৈ বুজিব নোৱাৰি। মণিৰাম দত্ত বায়ন মুক্তিয়াৰদেৱে ভাগৱতত বৰ্ণিত হৰ মোহনৰ মোহিনীৰ নৃত্যলৈ আঙুলিয়াইছিল "পিন্ধি শাৰী খোণ্টাজালি যেন মৈৰা কৰে চালি।" দ্বিতীয়তে, নাৰদ বৈকুণ্ঠলৈ যাওঁতে হেনো ছালিক্য-নৃত্য প্ৰদৰ্শন কৰিছিল। ছালিক্যৰ কথা হৰিবংশত আছে। তৃতীয়তে শ্ৰীকৃষ্ণই বৃন্দাবনত গৰু চাৰোতে হেনো এই চালি নাচিছিল (গৃহলৈ ঘূৰি অহা নাচটি বোলে বৰ-প্ৰৱেশ)। চতুৰ্থতে, মহাপুৰুষ মাধৱদেৱে বৰপেটাৰ ৰভিয়াল ঘৰত বোলে এই নাচকে কৰাইছিল, যিহৰ বাবে ৰজাৰ কটোৱালে সত্ৰ তালাছ কৰিব লগীয়া হয়। সুৰানন্দ কটোৱালৰ আগতো সেই নাচ দেখুওৱা হৈছিল।

শাৰ্ঙ্গদেৱৰ 'সঙ্গীত-ৰত্নাকৰ'ত দহপ্ৰকাৰ দেশী-লাস্যাঙ্গৰ বৰ্ণনা প্ৰসঙ্গত চালিৰ সংজ্ঞা দিয়া হৈছে এইদৰে

কোমলং সবিলাসং চ মধুৰং তাল-লাস্য-যুক্॥
নাতিদ্ৰুতং নাতিমন্দং ত্যশ্ৰতা-প্ৰচুৰং তথা।
পাদোৰু-কটি-বাহূনাং যৌগপদ্যেন চালনম্॥

সত্ৰৰ চালি-নাচো যেন এয়ে। মণিপুৰৰ মহাৰজা ভাগ্যচন্দ্ৰসিংহই (১৭৬৪ ৮৯ চন) তেওঁৰ 'গোবিন্দ-সঙ্গীত-লীলা-বিলাস' গ্ৰন্থত চালিৰ সংজ্ঞা দিছে

পেশলশ্চ পুৰশ্চৈৱমগশ্চাপি লতাভিমে॥
গতিভঙ্গাস্তু চত্বাৰঃ পিধানা ভ্ৰমৰী তথা।
এৱং প্লুতিপিধানা চ তালশ্চৈৱ ত্ৰিমেলকঃ॥
এতেষাং যত্ৰ যোগঃ স্যাৎ সা চালীতি প্ৰকীৰ্তিতা।

চাৰিপ্ৰকাৰ গতিভঙ্গ (=কৰণ), দুইপ্ৰকাৰ ভ্ৰমৰী (গতি) আৰু ত্ৰিমেলক তাল আদিৰ সংযোগ হ'ল চালি। আজি-কালিৰ মণিপুৰী নৃত্যত চালি হ'ল ভঙ্গিৰ আৱৰ্তন, কিন্তু ভঙ্গিতকৈ চালিহে বেছি সুন্দৰ আৰু জটিল। এই চালিৰ লগত অসমীয়া চালিৰ কোনো সম্পৰ্ক দেখা নাযায়।

মণিৰাম বায়নদেৱৰ মতে চালি নাচ বাৰখন। কিন্তু শুধ চালি আঠখনহে পোৱা যায়, বাকী চাৰিখন হ'ল ৰজাঘৰীয়া নাচ বা ৰজাঘৰীয়া চালি নাচ। প্ৰকৃততে চালি নাচৰ ইখন সিখনৰ প্ৰভেদ ৰামদানিতহে, এই ৰামদানি হ'ল নাচৰ আৰম্ভ অংশ, এই ৰামদানিত সুকীয়া সুকীয়া তাল ব্যৱহাৰ কৰা হয়। চালি নাচৰ দ্বিতীয় অংশ হ'ল গীতৰ নাচ, তাৰ লগত একতালি বা পৰিতালৰ গীত গোৱা হয়। গীতৰ নাচৰ পিছত তৃতীয় অংশ মেলা-নাচ। যিবিলাক বৰগীত আৰু অঙ্কীয়া গীতত গোপীসকলৰ কাৰ্য আৰু ভাব অনুভূতিৰ প্ৰকাশ আছে, সেইখিনিকে গীতৰ নাচত গোৱা হয়। মন কৰিব লগীয়া যে চালি নাচৰ পঞ্চম আৰু ষষ্ঠ ৰামদানিক সৰু-ৰামদানি, তৃতীয় আৰু অষ্টম ৰামদানিক বৰ ৰামদানি, চতুৰ্থ আৰু সপ্তম ৰামদানিক কলাকটীয়া ৰামদানি, আৰু প্ৰথম দুখনক হাজোৱলীয়া ৰামদানি বোলা হয়। মাধৱদেৱে কলাকটাত থাকোঁতে তৈয়াৰ কৰা বাবে কলাকটীয়া নামটি হয়, কিন্তু হাজোৱলীয়া নাম কিয় হ'ল, তাৰ কোনো প্ৰৱাদ নাই। গড়মূৰ সত্ৰত হাজোৱলীয়া গীত, হাজোৱলীয়া বাজনা আছে, আৰু হাজোত শিকি অনা বাবেই সেই নাম বুলি কোৱা হয়।

চালি নাচৰ নটুৱাৰ সাজ গোপীৰ সাজ। ৰজাঘৰীয়া চালি নাচতো একে। খোপা মূৰৰ ওপৰত বান্ধি ওৰোণাৰে ঢাকি মুখখন উলিযাই ঠুঁটৰিৰ তলত বতিয়াৰে সী গাঁঠি মাৰি দিয়ে। খোপাৰ তলতো তেনে গাঁঠি পৰে। ডিঙিত ফুলৰ মালা। গাত ক'লা মখমলৰ চোলা। তাৰ ওপৰত বাহুৰ ওপৰে পটি মেৰিয়াই আনি কঁকালত পকাই বন্ধা হয়। কঁকালত ৰঙা বুটা তোলা আৰু মূৰত ৰঙা ফুল বছা বগা টঙালি। তলত বগা লহঙা। তাৰ ওপৰত বনকৰা আঁচল বা ৰিহা দুচলা—আজি কালি কলিকতীয়া ধৰণৰ হৈছে, আগৰ দিনত সিমান ধুনীয়া নাছিল, ক'লা কাপোৰত চম্‌কি দি কৰিছিল। ভৰিত নেপূৰ (আজি কালি জুনুকা লোৱা হৈছে গোসাইৰ বাহিৰে আনসকলে)। হাতৰ মুঠিত আৰু বাহুৰ তলত চাৰিপাত বাজু, (বাহুৰ তলত পৰা চোলাত চক্‌মকীয়া মেৰ থাকিলে বাজু নলয)। তন খোপাও ব্যৱহাৰ কৰা হয় কেতিয়াবা। বেঙেনাআটিৰ ওৰোণা বগা জালি-কাপোৰৰ—মুখখন ঢাকি ঠুঁটৰিৰ তলত গাঁঠি দি লয়, কিন্তু সমুখৰ ভাগ ওলমি থাকে, বাকী সাজ প্ৰায় একেই। সিসকলে নাচটিক নটুৱা-নাচ বোলে, চালি-নাচ নোবোলে। আউনী-আটিৰ অপসৰা নাচৰ প্ৰায় একে সাজ।

**ৰামদানি:** আগতে কোৱা হৈছে, চালি-নাচ এখনৰ তিনি ভাগ—গীত নোহোৱা ৰামদানি, এটা গীতৰ যাতৰ নাচ, আৰু মেলা-নাচ (ইয়াতো গীত নাই)।

ৰামদানি মানে আৰম্ভৰ বাজনা আৰু নাচ। চালি-নাচ, বজাঘৰীয়া নাচৰ বাহিৰেও ঝুমুৰা, নাদু-ভঙ্গি আৰু বেহাৰ নাচতো ৰামদানি আছে। সকলো ঠাইতে নাচৰ পূর্ণ বর্ণনা দিয়া সম্ভৱ নহয়, আমি সেই দেখি তাৰ যত্নও কৰা নাই। মাথোন তলত চালি নাচৰ প্ৰথম ৰামদানিখনৰ পোনৰ আঠখন বাজনাৰ লগৰ নাচৰ অলপ বর্ণনা দিলো সত্ৰীয়া নাচৰ ৰচনাৰ ধাৰণা দিবৰ অৰ্থে।

॥ বাজনা ১ ॥ থিয় হৈ বুকৰ আগত হাত ৰাখি নমস্কাৰ। প্ৰথম 'জিনহু থাক'তে সো ভৰি বাঁও হাত (অলপদ্ম) আগ কৰি, এখোজ আগ বাঢ়ি, বাঁও ভৰি সোঁ হাত (অলপদ্ম) আগ কৰি আৰু এখোজ আগ বাঢ়ি মুঠ চাৰি খোজ আগ বাঢ়িব। এই সংখ্যা বেছিও হ'ব পাৰে। মাটিত মুৰ দি সেৱা। খোলৰ বগৰ বা 'জিনহুথাক'ত প্ৰণাম মুঠি হাত ঘূৰাই। মাইকী ওৰা (অৰ্থাৎ পতাক হস্ততে বুঢ়া আঙুলি ভাঁজ কৰি সমুখলৈ) দিব। 'জিনহুথাক মাৰি থাকিব।

॥ বাজনা ২ ॥ হাতেৰে জলক মাৰি প্ৰথম অংশত সোঁ ভৰি, দ্বিতীয়ত বাঁও, তৃতীয়ত সোঁ, চতুৰ্থ অংশত পুনৰ বাঁও ভৰি দাঙি প্ৰতিবাৰ হাত (অলপদ্ম) আগলৈ স্থিৰ কৰি ৰ'ব। বাজনাৰ শেষত কতীয়া হৈ হৈ পিছলৈ আহিব, ওৰা ধৰি ৰ'ব।

॥ বাজনা ৩ ॥ ওৰাত বহি হাত (অলপদ্ম) সমুখত সো ফালে তিনিবাৰ, বাঁও ফালে তিনিবাৰ লৰাই বহিব। আকৌ তেনেকৈয়ে হাত দি থিয় হ'ব। বাজনা চলি থাকিব।

॥ বাজনা ৪ ॥ আচলতে ইযাৰপৰাহে ৰামদানিৰ আৰম্ভ। সেই দেখি, এই খিনিৰপৰা বাজনা কেইখনক ভাওনি বোলা হয। আগৰ তিনিখন প্ৰকৃততে জোৰণিহে। সেই কেইখন কেযোখন ৰামদানিৰ পোনতে বাজিব। ওৰাতে হাত (অঙ্গুষ্ঠ কুঁজা পতাক) দুখন বুকুৰ সমানে বাঁওখন তল সোখন ওপৰ কৰি কঁপাব। ভৰি ওৰাতে চলাব অৰ্থাৎ অলপকৈ দাঙি দাঙি পাৰিব। একে বাজনাতে হাত দুখন সমানে ৰাখি মাটিৰ সমান্তৰাল কৰি লৰাই লৰাই আগলৈ যাব আৰু পিঠি পাক দি ঘূৰি তেনে ধৰণেই পিছলৈ আহিব। সমুখে ৰ'ব। লগে লগে বাজনা ৫ বাজিব।

॥ বাজনা ৫ ॥ সো ভৰি আগ কৰি গা কতীয়া কৰি দুই হাত (অলপদ্ম) সমানে সমুখলৈ আগ কৰি, সোঁ হাত আৰু অলপ আগ বঢ়াই দুই হাতে জলক মাৰিব আৰু এখোজ এখোজকৈ পিছলৈ যাব বা আগলৈ আহিব। বাও ফাললৈ ভৰ সলাই পুনৰ একে ধৰণে হাত দি পিছ পাক দি ঘূৰি আগলৈ পিছলৈ যাব। সমুখ হৈ ৰ'ব।

॥ বাজনা ৬ ॥ ওৰাতে ঘূৰি সোঁ হাত (অলপদ্ম) ওপৰলৈ দি তললৈ টানি আনিব আৰু 'খ্ৰাক'ত বাঁও হাত খৰকৈ তেনেকৈ দিব। তিনিবাৰ এনে কৰা হ'লে সমুখ হৈ ৰ'বহি আৰু লগে লগে 'তিন খ্ৰাক'ত বাঁও হাত (সন্দংশ) তলমুৱে বুকুৰ আগত মাটিৰ সমান্তৰালকৈ ৰাখি সোঁ হাত বাঁও ফাললৈ লুটিকৈ সোঁ

কাললৈ ওলটাই দি ৰাখিব। 'তাখতাতাখিত'ত ঠিক তাৰ বিপৰীতটো কৰিব। 'ধকিতাকধিনাঙ'ত সোঁফালে কাতি হৈ কাতি হিছাপত চটা দি ৰ'ব। 'থেই ধেই থেই ধেই দাও'ত আগলৈ মাইকী পাক মৰি 'দাও'ত আগলৈ গৈ থেনি থেনি তাকত ওৰা ধৰি ৰব। আৰু 'থেই ধেই ধেই ধেই দাও'ত ভৰি ওৰাতে ৰাখি হাতেৰে ( ওৰাত হাত ) সোফালে লুটি কৰি বাওফাললৈ লৰাই উলটি ৰ'ব।

॥ বাজনা ৭ ॥ সোহাত ( অলপদ্ম ) বাঁওফাললৈ দি সোঁ ভৰি এখোজ পিছলৈ দিব। আকৌ বাঁও হাত ভৰি একেধৰণে চলাব। এইদৰে পাছলৈ গৈ থাকিব গোটেইখন বাজনাতে। বাজনাখন পুনৰ বজাওঁতে দুই হাত ( অলপদ্ম ) বাঁওফালে দি সোঁফালে আনি বাহিৰমুৱে ৰাখিব, বাও ভৰি আগলৈ দি এখোজ আগ বাঢ়ি যাব। পিছৰবাৰত সোঁ হাত সো ভৰি চলাব। এইদৰে পুনৰ আগৰ ঠাই পাবগৈ।

॥ বাজনা ৮ ॥ সো ভৰি আগলৈ দি নটুৱাজনে কিছু চাপৰি 'জেথেনদি তাথেনদি তাখেনদি তাক'লৈ চন্দ্ৰৰ হাত ( দুই হাত মুখা মুখিকৈ ৰাখি পকাই ওপৰলৈ তুলি ) দি 'ধগি'ত জলক মাৰি সোফালে শেষ কৰি সোহাতখন ওখকৈ ৰাখিব। আকৌ বাঁওফালে একে চালনা হ'ব। বাজনাৰ দ্বিতীয় শাৰী বজাওঁতে হাত সলাব অর্থাৎ সোঁ হাত ( অলপদ্ম ) ওপৰমুৱে থিয় কৰি তাৰ নামত বাঁও হাত ( অলপদ্ম ) ৰাখি লৰাব, সোঁ ভৰি গেৰোৱা তুলি তাৰ ওপৰত বহিব। আকৌ বাঁওফালে একে চালনা কৰিব।

ইয়াৰ পিছৰ চালনাখিনি আৰু লেখা নহ'ল কাৰণ লাগিবে পাত বিস্তৰ'।

ৰামদানিৰ শেষৰ ভাঙনিত বাজনা নাচ অন্ত পৰিব। ৰামদানিৰ নাচ অন্ত পৰিলে নটুৱাই অলপ জিৰণি লব বহি। তেতিয়া গায়ন বায়নে গীত জুৰিব।

**গীতৰ নাচঃ** গীত একতাল বা পৰিতালত গোৱা হয়। মন কৰিব লগীয়া, তাল দুখনৰ বৰগীতৰ গা মানৰপৰা নাচৰ গা মান পৃথক। পোনতে বায়নে খোল নবজোৱাকৈ গায়নে গীতৰ প্ৰথমৰ ধ্ৰুৱত ধৰিব। সেইটি দুবাৰ গোৱা হ'লে তৃতীয় বাৰত ঘাত বাজিব। প্ৰথম দুবাৰ গাওঁতে নটুৱায়ো নেনাচে, বহি থাকে॰ সোঁ আঁঠুৰ ওপৰত সোঁহাত দীঘলকৈ মেলি ৰাখে, বাঁও ভৰি আঠুৰপৰা বুঢ়া আঙ লিলৈকে মাটিত পাৰি আঠুত বাঁও হাত লুটিকৈ ৰাখে।

গীতৰ লগত ঘাত বাজিলে নাচ আৰম্ভ হয়। চোকত গীত নপৰে, কিন্তু নাচ চলি থাকে। এই নাচ গীতৰ লগত হ'লেও সি নৃত্যহে, অভিনয় নহয়, অর্থাৎ গীতৰ বস্তু বুজোৱা হাত দিয়া নহয় বা আন অঙ্গও অর্থ বুজাবলৈ ব্যৱহাৰ কৰা নহয়।

**মেলা-নাচ** গীতৰ নাচৰ চোক শেষ হোৱাৰ লগতে মেলা-নাচ আৰম্ভ হ'ব। মন কৰিব লগীয়া, গা-মানৰ পিছৰ বাজনাখনক সঁচাৰ বোলা হৈছে। গীতত হ'লে এনে বাজনাক ঘাত বোলা হয়, শুদা নাচত ঘাত বোলা নহয়। ইয়াত মেলা-নাচৰ বাজনা সকলো মিলি মেলা নাচৰ প্ৰথম খণ্ড সম্পূর্ণ হয়। দ্বিতীয় খণ্ডত নতুন এখন গা-মান আৰু তাৰ লগৰ আঠখন সঁচাৰ বাজিব। তৃতীয় খণ্ডতো সেইদৰে

তাৰ গা-মান আৰু পাঁচখন সঁচাৰ বাজিলে মেলা-নাচ সম্পূৰ্ণ হ'ব। মেলা-নাচো মাথোন নৃত্য। চালি-নাচত খৰলুটি নপৰে, সি ঝুমুৰা নাচৰহে বস্তু।

দ্বিতীয় খণ্ডৰ বাজনা গা-মান থেই থেই খিতিতা থেই জিখিনাক খিনাও ত্ৰিখিৰাতা তিনিতা। তৃতীয় খণ্ডৰ গা মান ধেই ধিনা খিতিতাক (চাৰিবাৰ)।

সাধাৰণতে এদিনৰ চালি-নাচত মেলা নাচৰ তিনিওটা খণ্ডকে বজোৱা হয় যদিও সকলোখিনি স চাৰ বজোৱা নহয়। যিমান বজোৱা হয় তাৰ শেষত তৃতীয় খণ্ডৰ ভাঙনি (শেহৰ) সঁচাৰ মাৰি সামৰিব লাগে। এদিনৰ নাচত ৰামদানি, গীতৰ নাচ আৰু মেলা নাচ বজালেহে নাচখন পূৰা হয়।

চালি-নাচ নৈমিত্তিক প্ৰসঙ্গৰ নাচ। শঙ্কৰদেৱ মাধৱদেৱ গুৰু দুজনাৰ আৰু বদুলা আতাৰ কীৰ্তনত, অধিকাৰসকলৰ তিথিত আৰু বিশেষ হৰি-কীৰ্তনৰ উপলক্ষ্যত সামৰণিৰ দিনা আবেলি যোৱা কীৰ্তন প্ৰসঙ্গৰ পিছত চালি নাচ পৰে।

## ৰজাঘৰীয়া নাচ

ৰজাঘৰীয়া নাচ চালি নাচৰে প্ৰকাৰভেদ মাথোন বুলি ক'ব পাৰি। সাজ পাৰ সম্পূৰ্ণ একে। মণিৰাম বায়ন মুক্তিয়াৰে চালি-নাচ বাৰখন বুলি কৈছিল আৰু এই বিভাজন ৰামদানি অনুসৰি হৈছিল। চালি নাচৰ ৰামদানি আঠখন, ৰজাঘৰীয়া নাচৰ ৰামদানি চাৰিখন। এয়ে সম্ভৱ তেওঁৰ মতে বাৰখন চালি নাচৰ ৰামদানি। ৰজাঘৰীয়া নাচকে ৰজাঘৰীয়া চালি নাচো বোলে।

চালি নাচ আৰু ৰজাঘৰীয়া নাচৰ পাৰ্থক্য এইখিনিতে যে চালি নাচত গীত ধৰোঁতে বাজনাখিনি তিকুন কৰি অৰ্থাৎ তালৰ হিছাপ ধৰি (ইয়াত চাৰিটা তাল বা ভৰি পৰে, তাক পুৰণি হিছাপমতে পাঁচ চাপৰ পৰা বুলি কয়, অৰ্থাৎ পালচটোৰ শেষৰ সমটোকো চাপৰৰ লগত ধৰে) বজোৱা হয়, কিন্তু ৰজাঘৰীয়া নাচত গীতৰ নাচৰ আৰম্ভৰেপৰা গীত-বাজনা নাচ একেলগে চলি একেলগে শেষ হ'ব। চালি-নাচৰ গীতৰ গা মানত নটুৱাই নানাচে, হাত দি ভৰিৰে তাল ৰাখি থাকে, গীতৰ ঘাত পৰাৰ লগে লগেহে নাচত ধৰে। ৰজাঘৰীয়া নাচৰ গা-মানতো নাচ চলি থাকে। ৰজাঘৰীয়া নাচত জয়ধ্বজসিংহ ৰজাৰ গীতো গোৱা হয় বুলি শ্ৰীৰোমেশ্বৰ বায়নে লেখিছে। আমাৰ 'সঞ্চয়ন'ত তেনে এটি গীত সন্নিৱিষ্ট হৈছে।

আগৰ কালত ৰজাঘৰত দেখুৱাবৰ বাবে নাচ কেইখনমান ঠিক কৰি লোৱা হৈছিল কাৰণে সিবিলাকৰ নাম 'ৰজাঘৰীয়া নাচ' হৈছিল বুলি আমাৰ অনুমান হয়। কথিত আছে, এবাৰ এজন বায়নে নাচ দেখুৱাই কুহুমবুলীয়া মুগাৰ পাগ পিন্ধি ৰজাঘৰত নাচি-গাই বিশেষ সমাদৰ লাভ কৰিছিল। ই কন্দৰ্পেশ্বৰসিংহৰ দিনৰ কথা। মন কৰিব লগীয়া, চালি-নাচৰ বোলৰপৰা ৰজাঘৰীয়া নাচৰ বোল কিছু পৃথক। চালি-নাচৰ ধে (ধেহ), দাও, তাও আদি বোলৰ ঠাইত ৰজাঘৰীয়া নাচত ক্ৰমে যে (যেহ), দাং, ভিং (তিন্) আদি পৰিব। ইয়াত মৃদঙ্গীয়া বোলৰ মিশ্ৰণ ঘটিছে।

ৰজাঘৰীয়া নাচৰ গীত বন্ধা-ৰাগত গোৱা হয়, মেলা-ৰাগত গোৱা নহয়। মূলতে থকা ৰাগ তালৰ কেতিয়াবা সেই দেখি সলনি কৰি ল'ব লগীয়া হয়। 'দেখু জগত গুৰু কানু আৱত' গীতটি মালছিৰি ৰাগত ৰূপক তালত, বা জয়ছিৰি ৰাগত ৰূপগঞ্জল তালত, 'হৰিপদ পেখয়ে নপাৱলি মাই গীতটি পূৰ্বী ৰাগত সৰুবিষম তালত গোৱা হয়। 'এ সখী, চলহু বহুৰি গৌৰী গোকুলে গোহাৰি' ব্ৰহ্মতালত, 'চিন্তিত গোপিনী পেখিয়ে নৈৰাশ' চুটা তালত, 'ওৰে সখী, পেখু পেখুৰে হামাৰি জীৱন-কানু' যতি তালত, 'গোৱাৰিণী কৈছন কলঙ্ক হামাৰি' চাৰিখনীয়া তালত গোৱা বজোৱা নচা হয়। এই আঠখন তালৰ গীত গোৱা হয ৰামদানিৰ পিছত। ৰামদানি আৰু গীতৰ মাজত বিৰাম নোহোৱাকৈ নাচ চলি থাকে। ৰামদানিৰ পিছত মেলা নাচ হয়।

ৰজাঘৰীয়া নাচৰ ৰামদানি চাৰিখন

প্ৰথম, চাৰিখনীয়া তালৰ ৰামদানি।

দ্বিতীয়, যতিৰ ৰামদানি।

তৃতীয়, চুটা তালৰ ৰামদানি। এইখনকে সৰু বিষয, ৰূপগঞ্জল আৰু বিষম-তালৰ গীতৰ নাচৰ ৰামদানি ৰূপেও বজোৱা হয।

চতুৰ্থ, ব্ৰহ্মতালৰ ৰামদানি।

ৰজাৰ দিনত ৰজাৰ চ'ৰাত ৰজাঘৰীযা নাচ হৈছিল। আজি কালি নৈমিত্তিক প্ৰসঙ্গত চালি নাচৰ দৰে এই নাচ হয় আবেলি বেলা।

**ঝুমুৰা-নাচ** °

মাধৱদেৱৰ সৰু সৰু নাট কেইখনি শঙ্কৰদেৱৰ পূৰ্ণাঙ্গ নাটৰপৰা গঠনত সুকীয়া। সেই নাটকেইখনিৰ এটি সুকীয়া নাম ঝুমুৰা—ৰাস ঝুমুৰা, চোৰধৰা ঝুমুৰা ইত্যাদি। ঝুমুৰা নাচো সেই দেখি মূলতে মাধৱদেৱৰ নাটৰ নাচ বুলি বুজিব পাৰি। বেহাৰ বা ৰাহাৰ-নাচ যেনেকৈ 'ভোজন-ব্যৱহাৰ' নাটৰ লগত সম্বন্ধ, ঝুমুৰা নাচৰো সেইদৰে 'ৰাস ঝুমুৰা'ৰে সমধ লাগে। 'ৰাস ঝুমুৰা'ৰ পাঁচোটি গীতেই এই নাচৰ গীতৰ নাচত ব্যৱহাৰ কৰা হয়। ইয়াৰ বাহিৰেও নাৰীৰ ভাব প্ৰকাশ কৰা বৰগীত আৰু শঙ্কৰদেৱৰ নাটৰ গীতো সেই অংশ নাচত গোৱা হয , যেনে— "নাগ নাৰী আৱে অৱনত-কায়", "হৰি পদ পেখিতে নপাৱলি মাই", "মোহন বাৱত মুৰৰী ৰে কানু" ইত্যাদি।

ঝুমুৰা-নাচৰ সাজ-পাৰত মন কৰিব লগীয়া যে নটুৱাই মূৰত গায়নীযাৰ দৰে ভাটৌঠ টীযা বগা কাপোৰৰ পাগুৰি মাৰে, দীঘল চুলি, সৰু খোপা এটি কৰি শিৰৰ ওপৰত পাগুৰিৰ কাপোৰৰ তলত দিয়া হয়, কিন্তু সি চালি-নাচত থকাৰ দৰে ওখ হৈ নাথাকে। গাত কটা ফুলৰ ( জালি ) বুকু চোলা। কঁকালত বগা কাপোৰৰ লহঙাৰ ওপৰত ফুলাম টঙালি। ডিঙিত মতা-মণি এধাৰ। হাতৰ মুঠিত আৰু

বাউসিত বাজু চাৰিপাত। পাৱত নেপূৰ। এই সাজ পাৰ দেখাতে পুৰুষৰ নাচো পুৰুষৰ, কাৰণ, ইয়াত মাইকী ওৰা, মাইকী পাক নপৰে, মতা ওৰা, মতা পাকহে পৰে। বিশ্বাস হয় যে যেতিয়া বৃন্দাবনত ৰাস নৃত্যৰ আগতে গোপীসকলৰ মাজৰপৰা কৃষ্ণ অন্তৰ্হিত হয় আৰু গোপীসকলে অৰুন্তুদ বিষাদত "মই কৃষ্ণ বুলি কৰে ভাৱনা" কৰিবলৈ আৰম্ভ কৰে, সেই সময়ৰ কৃষ্ণৰ ৰূপ পৰিগ্ৰহ কৰা গোপীৰ ভাবেই এই নাচত লীলায়িত কৰা হয়। এয়ে বোধ হয় নাচভাগিৰ স্বৰূপ অৰ্থ।

নাচৰ তিনিটি ভাগ—ৰামদানি, গীতৰ-নাচ আৰু মেলা নাচ। ৰামদানি মুঠ চাৰিখন, দ্বিতীয় খণ্ডত দুখনিহে দিয়া হৈছে।

গীতৰ নাচৰ গীতত বন্ধা ৰাগহে লোৱা হয়—পাহাৰিয়া, সাৰেঙ্গ ইত্যাদি। তদুপৰি সকলো গীততে যতি তালহে বজোৱা হয়। ইয়াত তালখনৰ ৰূপ বৰগীতৰ যতিৰ দৰেই, মাথোন বাজনাবোৰ নাচৰ কাৰণে কিছু পৃথক। গীত নাচ বাজনা চোক পৰ্যন্ত সমানে চলি থাকে।

মেলা-নাচ দুখণ্ড। এখণ্ড যতি-তালত, আনখণ্ড পৰিতালত বজোৱা নচা হয়। যতি তালৰ শেহৰ দ্বিতীয় ভাঙনিৰ শেষলৈ থকা 'থেই জিনহা থেনি তাক জিন্‌হা থেনি তাক' তিনিবাৰ পৰে, প্ৰতিবাৰত নটুৱাই বহা অৱস্থাত দুইখন হাতেৰে হাত দি নাচি থাকিব, অন্তত যেতিয়া 'থেই জিনহা থেনি তাক' পৰিব, তেতিয়া নটুৱাই খৰলুটি মাৰিবলৈ দুই হাতৰ তলুৱা সমুখৰ মাটিত পাৰিব আৰু 'জিন্‌হা থেই থেনতাতা'ত ওপৰলৈ ভৰি চাটি মাৰি লুটি মাৰিব আৰু 'তাকধেগি তাখিতিতা ধেই'ত পুনৰ বহা অৱস্থালৈ আহি পুনৰ হাত দি নাচি নাচখন অন্ত পেলাব।

ঝুমুৰা নাচ নৈমিত্তিক প্ৰসঙ্গত নচা হয়। গুৰু-কীৰ্তনৰ চাউল ভোজনিৰ (প্ৰথম) দিনা আবেলি ওজা উঠাৰ পিছত গায়নে-বায়নে বৰ ধেমালি বজোৱা আৰু গীত গোৱাৰ পিছত ঝুমুৰা নাচ হ'ব পাৰে। বদুলা আতাৰ কীৰ্তনত একে সময়তে ঝুমুৰা নচুৱাব পাৰি।

**নাদু-ভঙ্গি ●**

নাদু ভঙ্গি বৃন্দাবনৰ গোপ গোপীৰ নৃত্য। সাধাৰণতে তিনি যোৰ (group) গোপ-গোপী উলিওৱা হয়। কোৱা হয় যে বৃন্দাবনত গোপসকল যোৰা পাতি সুকীয়া সুকীয়াকৈ নাচিছিল, সেয়ে এই নাচৰ মূল। তিনিযোৰৰ প্ৰথম যোৰাৰ কেযোজন নটুৱাৰ শ্ৰীকৃষ্ণৰ সাজ। দ্বিতীয় যোৰাৰ নটুৱাৰ চালি-নাচৰ গোপীৰ সাজ, মাথোন ৰিহা বা আঁচল দুচটা নাই। তৃতীয় যোৰাৰ নটুৱাৰ হ'ল ঝুমুৰাৰ সাজ।

নাচৰ দুটা ভাগ—ৰামদানি, গীতৰ নাচ। মাধৱদেৱৰ 'ৰাস ঝুমুৰা'ৰ পাঁচোটি গীত, আৰু 'সখী হে চলে কানু বিবিন্দাবনে', 'অব সখী পেখু মদনগোপাল', এই দুটি গীত গীতৰ নাচত গোৱা হয়। ৰামদানিত থুকনি তালেৰে আৰম্ভ কৰি চুটাত ধৰি সেই তালতে বাজনা শেষ কৰা হয়। গীতৰ নাচ ৰক্তুতাল বা পৰিতালত আৰম্ভ

হয়। মূল নাটকৰ তাল (ৰূপক, যতি, খৰমান) ব্যৱহৃত নহয়। তাৰ পিছত জামান, চুটা, চুটকলা, পৰিতাল বাজি গীত আৰু নাচ শেষ কৰে।

গুৰু কীৰ্তনৰ থাপনিৰ দিনা আৰু সত্ৰৰ ভকতসকলৰ মৃত্যুৰ পিছৰ দশম দিনা নাম প্ৰসঙ্গ আৰু গায়ন বায়নৰ পিছত দুপৰীয়া নাদু ভঙ্গি হয়।

ভকতৰ ল'ৰাই মাটি আখৰা শিকা হ'লেই নাদু ভঙ্গি শিকে।

**বেহাৰ নাচ (বাহাৰ নাচ)**

মাধৱদেৱৰ 'ভোজন ব্যৱহাৰ' নাটৰ নামৰপৰা এইখনি নাচৰ নাম হৈছে। ব্যৱহাৰ বেৱহাৰ বেহাৰ, বাহাৰ ('বাহাৰ শব্দৰ ৰ' ষষ্ঠী বিভক্তি বুলি ভুল কৰি কালক্ৰমত নাচৰ নাম 'বাহা নাচ', বহা নাচ কৰা হৈছে)।

'ভোজন ব্যৱহাৰ' ঝুমুৰাৰ অভিনয়ৰ সময়ৰো (গুৰু কীৰ্তনৰ দিনা নাম প্ৰসঙ্গৰ পিছত) গীতখিনিৰ ল াত এই নাচখিনিযেই হয। নাট কৰোতে পোনতে ৰামদানিখন বজায়, তাৰ পিছ গীতৰ নাচ। তাৰ পিছত সূত্ৰধাৰী ওলাই 'প্ৰাতস সময়ে' ভটিমাৰে নাট আৰম্ভ কৰে। নাটৰ গীত পৰিলে পুনৰ গীতৰ নাচ দোহৰা হয।

সাধাৰণতে বিশেষ নৈমিত্তিক প্ৰসঙ্গত এই বাহাৰ নাচ হয।

পঁচিশ ত্ৰিশজন নটুৱাই শ্ৰীকৃষ্ণৰ সাজ পিন্ধি এই নাচ নাচে। বৰগীতৰ ভিতৰৰ খেলানৰ (বৃন্দাবনত শ্ৰীকৃষ্ণ আৰু গোপবালকসকলৰ খেল বৰ্ণোৱা) গীত হ'ল এই নাচৰ সাহিত্য। নাচৰ ভাগ দুটা ৰামদানি আৰু গীতৰ নাচ। ইযাৰ ৰামদানিত চুটা তালত আৰম্ভও হয, শেষো হয। নাদু ভঙ্গিৰ গীতৰ নাচৰ দৰে ইয়াৰ গীতৰ মূল তাল হয ৰক্ততাল, নহযবা পৰিতাল কিন্তু লগতে বহুতোখিনি তালৰ ঘাত সোমাই নাচখন ছন্দোময় কৰি তোলে।

**মানচোক নাচ:**

মানচোক নাচ মানচোক তালত ঘাইকৈ গাযন বাযনৰ নৃত্য। গুৰু তিথিৰ চাউল ভোজনিৰ দিনা পুৱাৰ নাম প্ৰসঙ্গ আৰু গুৰু মদন ধেমালিৰ পিছত বৰগায়নে অহিৰ ৰাগ টানিব, ৰাগ দিয়াৰ পিছত এজন বৰ বায়ন আৰু এজন বৰ গাযনে সত্ৰাধিকাৰৰপৰা মানচোক বজাবৰ কাৰণে আজ্ঞা ল'ব সত্ৰাধিকাৰৰ বহাত, লগতে অধিকাৰ প্ৰভুক কীৰ্তন গৃহলৈ আহিবলৈও জনাব। তেতিয়া সত্ৰৰ ঘাই ঘাই বুঢ়াভকতসকল অধিকাৰৰ লগতে কীৰ্তন গৃহলৈ আহি নিজ নিজ ঠাইত আসন ল'ব। তেতিয়া ভৰালৰপৰা ভঁৰালীয়ে তামোল-পাণৰ এখন শৰাই মানচোকৰ মান ধৰি আগ বঢ়াব। এতিয়া গায়নসকলে অহিৰ ৰাগত "গোৱিন্দ গুণ মন লাগি" একতালি তালত, আৰু "উদ্ধৱ বন্ধু মধুপুৰী প্ৰাণ হামাক" যতিমানত গাই অহিৰ ৰাগতে মানচোকত "কহ মোহে উদ্ধৱ জীউ" গীতটি গাব। শেহৰ এই মানচোকত গীত গোৱাৰ লগে লগে সমস্ত গায়ন-বায়নসকলৰ নৃত্য হ'ব। গীত আৰম্ভ কৰাৰ

লগে লগে বৰ বায়ন, বৰ গায়নসকলহে কীৰ্তন গৃহৰ দক্ষিণ ফালে থাকিব, দোহৰীয়া গায়ন-বায়নসকল উত্তৰ ফালে বোৱাৰ নিয়ম। গীত গোৱাৰ সময়ত বায়নসকলে হাত দিয়ে, জলক, মোৰোপা আদি আখৰাৰ অঙ্গও প্ৰদৰ্শন কৰে। গীতৰ মানচোক তালেই নৃত্যতো পৰে।

**বৰ-প্ৰৱেশৰ নাচ ঃ**

বেহাৰ নাচৰ দৰে এই নাচো শ্ৰীকৃষ্ণৰ পোছাক পিন্ধা পঁচিশ ত্ৰিশজন নটুৱাই নাচে। কোৱা হয়, শ্ৰীকৃষ্ণই বৃন্দাবনৰপৰা গধূলি গোকুললৈ ঘূৰোতে এই নাচ কৰিছিল। ই নৈমিত্তিক প্ৰসঙ্গৰ নৃত্য। মহাপুৰুষ মাধৱদেৱৰ কীৰ্তনত আৱেলি ৰাম ধেমালি বজায় আৰু গধূলা থিয়-চাহিনিৰ ঘোষা আৰু সিন্ধুৰা ৰাগ দি গীত গোৱাৰ পিছত বৰ প্ৰৱেশ নাচ হয়।

**ওজা-পালি**

সত্ৰৰ ওজা পালি মহাপুৰুষৰ দিনৰেপৰা আছে। এই ওজা পালিক বোলা হয় বিযাহ, বিযাহৰ ওজা পালি বা বিযহীয়া ওজা পালি। নামনি অসমৰ অসমীয়া বিযাহৰ ওজা পালিৰ লগত আজি কালিৰ সত্ৰীযা বিয়াহৰ মিল আৰু সম্পৰ্ক দেখা পোৱা যায। ওজা-পালিত খোল বজোৱা নহয। ওজাই হাত দি বানা আৰু পদ লগাই গাই যায় আৰু নাচে। পালিয়ে দোহাৰত থাকি তাকে দোহাৰি আৰু খুটি তাল (অন্য নাচত সচৰাচৰ পাতি তালহে ব্যৱহৃত হয়) বজাই ভৰিৰে তাল ৰাখি থাকে।

১। ওজা পালি প্ৰসংগত পোনতে বন্ধা ৰাগ টানে হে ৰে ৰি ৰি তা না না বুলি বন্ধা ৰাগত, মেলা ৰাগৰ দৰে হৰি গোৱিন্দ ৰাম আদি শব্দ লোৱা নহয়।

২। তাৰ লগতে সেই ৰাগৰ "মোহন মনোহৰ মুৰুতি মাধৱ" (শ্ৰীগান্ধাৰ) বা "অৱ সখী পেখু মদন গোপাল" বা তেনে এটি বৰগীতো গোৱা হয়। গীত গোৱা সময়ত গীতৰ অৰ্থ অনুসৰি হাত দি ওজাই নাচে।

৩। গীতৰ অন্তত ওজাই দিহা (ঘোষা) লগাই দি 'কীৰ্তন ঘোষা'ৰ চতুৰ্বিংশতি অৱতাৰৰ প্ৰথম কীৰ্তনটি (সেয়ে মাত্ৰ সদায়) লগাই দিয়ে। দিহাটি কিন্তু এই কীৰ্তনৰ ঘোষাটি নহয। তাৰ পৰিৱৰ্তে ইতিমধ্যে গোৱা গীতৰ কথা ৰাগ অনুসৰি 'ৰাম-পাৱে ভজ ভাই ভাই' বা 'একি দয়াময় ঐ নাথ হে চৰণে শৰণ লৈলো। দীনবন্ধু নছাড়িবা মোকে কি দয়াময়।' বা তেনে কোনো ঘোষা এই উদ্দেশ্যে লোৱা হয়।

৪। কীৰ্তনৰ অন্তত ওজাই এপাল পদ গায়, যেনে কীৰ্তন-ঘোষাৰ কালি দমন বা বলিছলন বা কংস-বধ খণ্ড বা ৰুক্মিণী হৰণ, ৰাজসূয় আদিৰ এটি ভাগ। ইয়াত কোনো ঘোষা ব্যৱহাৰ কৰা নহয়। পালিয়ে ওজাক মাজে মাজে 'হয় হয়' বুলি শলাগি যায় আৰু কেতিয়াবা ওজাই নিজে প্ৰশ্ন তুলি পালিয়ে 'বাপু কহিয়ো"

বুলি ক'লে পদত ধৰি তাৰ উত্তৰ দিয়ে। পালিয়ে ওজাই গোৱা পদ দোহাৰি যায়। পদ গোৱা শেষ হ'লে প্ৰসঙ্গ অন্ত পৰে। ( শ্ৰীঘনকান্ত বৰা )

ওজাই ঘোষা আৰু পদ নিজে বা পালিয়ে গাওঁতে হাত দিয়ে। তদুপৰি এফাকি পদ লগোৱাৰ আগতে তাৰ মূল পদাৰ্থটি হাত দি দেখুৱায়। যেনে, যদি "মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমতে" গাব লাগে, তেতিয়া ওজাই 'আৰ কিনা মৎস্য' বুলি চাৰিবাৰ মৎস্য বুজুওৱা হাত দিয়ে, তাৰ পিছত সুৰত পদফাঁকিত ধৰে। এইদৰে হাত দিওঁতে পালিয়ে 'হয় বুলি প্ৰতিবাৰ শলাগে, তাল নামাৰে, কাৰণ এয়া হল 'কথনেৰে কোৱা।' ওজাই সুৰত পদ ধৰিলেই পালিয়ে তালত ধৰিব।

শ্ৰীঘোষেশ্বৰ শইকীয়া বায়নে ওজাপালিৰ কাৰ্যৰ ভাগকেইটি এনেকৈ দেখুৱাইছে (১) ৰাগ দিয়া, (২) গীত, (৩) দিহা, (৪) থিয় পাতন, (৫) ৰাগ মালিতা, (৬) চাৰোণ, (৭) বাদ্যখিয়ালী, (৮) ধুৰা, (৯) বানা, (১০) উপদেশ। (১) ওপৰত লেখা ধৰণে ওজাই পোনতে হে ৰে ঋ তে তা নে না এই না থে নু ঋ-হে-ৰে ঋ ঋ ঋ ঋ ঋ বুলি বন্ধা ৰাগ দিয়ে। (২) ৰাগ দিয়াৰ পিছত 'কীৰ্ত্তন ঘোষা'ৰ 'কৃষ্ণায় বাসুদেৱায় আদি শ্লোককেইফাকি সেই ৰাগতে গোৱা হয়। তাৰ পিছত গীত হয়। ওজাই বৰগীতকে গাই অৰ্থ অনুসৰি হাত দিয়ে, পালিসকলে খুটিতালত জুৰাফাঁকি ( ওজাই গোৱা গীতৰ কলিবিলাক ) গাই থাকে। (৩) গীতৰ পাছত দিহা গোৱা হয় ( কীৰ্তনৰ চতুৰ্বিংশতি অৱতাৰ বৰ্ণনৰ প্ৰথম কীৰ্তন ওপৰত বৰ্ণোৱা ধৰণে )। (৪) ইয়াৰ পিছত দিহাৰ থিয় পাতনত পদ ৰামায়ণ, মহাভাৰত বা ভাগৱতৰ দশম একাদশৰ এভাগি ( তাকে একোপাল বোলা হয় ) পদ গোৱা হয়। ওজাই মুখেৰে পদ গাই তাৰ অৰ্থব্যঞ্জক হাত দি থাকে আৰু তাৰ মাজে মাজে পালিসকলে সকলো কথাৰে শেষৰ ফাঁকি দোহৰাৰ ছলেৰে শলাগনি দি জুৰাফাকি ( ওজাই গোৱা পদৰ কলিবিলাক ) গাই যাব। ওজাই গাবলৈ লোৱা পদ পালৰ প্ৰথমৰ অংশকে থিয় পাতন বোলা হয়।

(৫) সিদিনা যি ৰাগৰ ধুৰা গোৱা হব ওজাই সেই ৰাগৰ মালিতা গাব। শইকীয়াই দিয়াৰপৰা তলত সাৰঙ্গ ৰাগৰ মালিতাৰ উদাহৰণ দিলো। কিন্তু 'মালিতা'টিৰ ভাষা-ছন্দ দুইটাই দুৰ্বোধগ্যভাৱে কগ্ন যেন লাগিছে। এই মালিতা বা ৰাগ ধ্যানৰ উৎস ক'ত, 'সঙ্গীত দামোদৰ', 'সঙ্গীত দৰ্পণ' 'ৰাগ কল্প দ্ৰুম' আদি চাযো উলিয়াব নোৱাৰিলো।

চিন্তং নাগ্ৰা গ্ৰদতং বহল ভুজ যুগ
মন্থনং ভাব্যং চিন্তং ধাৰ্য্যং সাধুৰ্য সাৰং ॥
মধু-মথন ৱিধৌ শুক্ল বৰ্ণং দধানং।
জাত বৈৰাগ্য-ৰাগং নিখিল মুনি-গণ প্ৰিয়ত্তে সৰ্ব্ব ৰূপং মহন্তং ॥
স্বৰ-সকল ধৰ নাম সাৰঙ্গ ৰাগং।

(৬) ৰাগ-মালিতাৰ পিছত সেই মালিতাৰে সম্বন্ধ 'চাৰোণ , যেনে—ওপৰৰ সাৰঙ্গৰ ৰাগ-মালিতাৰ চাৰোণ ঃ

তাদ্ৰিং দ্ৰিং নাদ্ৰি২ দ্ৰি২ তাদ্ৰিং নাদ্ৰিং নাদ্ৰিং দ্ৰি২।
তাতা মাতা নাতা থেই থেই তাথেই নাথেই থেই ॥
ধগি তিতা নিতি তানি তিতাক জুনা নানা থেয়া হো।
ৰমণী গজ গমনী গজ মোহিনী আৱৰি অ ॥

এই চাৰোণ ওজাই লগাই দিয়ে, পালিযে খুটিতাল বজাই জুৰাফাঁকি গায় , পালিয়ে গাওঁতে ওজাই নাচে। ওপৰৰ ৰাগ মালিতাৰ লগত সম্বন্ধ নোহোৱা চাৰোণৰ তলত দুটি উদাহৰণ শইকীয়াৰপৰা দিয়া হ'ল কালিয়-দমন প্ৰসঙ্গৰপৰা। ওজাই পালিক সোধে, "সেই বেলা কালীয়ে কৃষ্ণৰ কিৰূপ দৰ্শন পাইছিল ?" পালিয়ে উত্তৰ দিয়ে, "জানো বাপু, কহিয়ো" ওজাই তেতিয়া গায়

(ক) দুটি নযন ভৰিয়ে ৰূপ দেখিলো ॥
ক্ৰোধেহি ভুজঙ্গৰাজ চাহিয়ে জলেৰ মাজ।
প্ৰভুৰ ভুৱন মোহন ৰূপ দেখিলো।
এমন বিনোদ ৰূপ দেখি কালী ভৈলা চুপ।
প্ৰভু গোৱিন্দেৰ বিহাৰ গুণ গাইল।

(খ) নীল নীৰদ শ্যাম, শাৰদ শ্যাম শোভিত বৰণং।
ৰূপ ধল ধল, বদন বিমল, অৰুণ কমল চৰণ২ ॥
কণ্ঠ লাজঙ্গ ভুজ মোলান কটাক্ষে অনঙ্গ লাজিয়া।

এই দুটিকে ৰূপ বৰ্ণনা বুলিও কয়, চাৰোণ বুলিও ধৰে। (৭) ওজাই এতিয়া পালিক সোধে, "সেহি সময়ত কি বাদ্য বাজিছিল ?" পালিয়ে কয়, "জানো বাপু, কহিয়ো।' ওজাই তেতিয়া বাদ্যখিয়ালী লগাই দিয়ে, আৰু নাচে, পালিয়ে খুটিতালত দোহাৰে বাদ্যখিযালী

হো ৰণজয় ৰণজয় ৰণজয় ৰণজয়
বাজিছে ৰণেৰ দামা লো ॥
ধেই ধেই থেই থেই খিত খিতি নাধে নি তাক থুন না।
ভেউৰী ভূৰঙ্গ মাদল মুচঙ্গ
ঢোল মৃদঙ্গ মধুৰ মৃদঙ্গ বাজে।
কৰতাল ৰণজয় ৰণজয় ৰণজয় ৰণজয়
বাজিছে ৰণেৰ দামা লো ॥

(৮) কালিয়-দমন প্ৰসঙ্গৰ ধুৰা*
ধুৰা ॥ শোভে কানু নব ঘন শ্যামং।
শমন-দমন শ্ৰীকৃষ্ণেৰ নামং ॥

পদ ॥ নৱ ঘন সম শ্যাম সুকুমাৰ।
তাতে পীত বস্ত্ৰে আতি কৰে জ্যাতিষ্কাৰ ॥
কমল লোচন চাৰু বদন সুন্দৰ।
অৰুণ অধৰ-কান্তি দেখি মনোহৰ ॥ ইত্যাদি।

(৯) ধুৰাৰ পিচত বানা। বানাৰো কথা বস্তু ৰাগ একেই কিন্তু সুৰ অলপ চৰা। পালিসকলে খুটিতাল দুখন মুখে মুখে লগাই জাপ-তাল মাৰি জুৰাফাকি গায়, ওজাই পদ গাই নাচে।

(১০) উপদেশ। নাচৰ সামৰণিত উপদেশৰ গীত গোৱা হয়, হাত দিয়া হয়, নাচ নাই। গীত, যেনে—

ভজ নাৰায়ণ ব্ৰহ্ম সনাতন
শ্ৰীপতি কমলাকান্ত। ইত্যাদি।

ওপৰত উদ্ধৃত গীত-পদ আদিৰপৰা আৰু যদি ওজাৰ আন গীত-বস্তু শুনা যায়, তাৰপৰাও বুজা যাব, ওজা পালি অতি পুৰণি হলেও বৰ্তমান ৰূপত অলপ বাহিৰৰ প্ৰভাৱ পৰিছে। কথিত আছে, যোৱা শতিকাত কৃষ্ণকান্তদেৱ অধিকাৰ প্ৰভুৰ দিনতহে ওজা পালি প্ৰসঙ্গৰ অন্তৰঙ্গ হয়। গতিকে, 'ওজাৰ বিদ্যা ৰজাৰ বিদ্যা' হ'লেও তাত এফেৰি আচহুৱা ভাঁজ সোমাল। কিন্তু মহাপুৰুষৰ আৰ্হিৰ কীৰ্তনীয়া ওজা আগৰ ধৰণেই আছে, তাত ওজা আৰু পালি উভয়ে হাত দি নাচে।

কীৰ্তনীয়া ওজাই মাধৱদেৱৰ 'নামঘোষা ৰপৰা, শঙ্কৰদেৱৰ 'কীৰ্তন ঘোষা, দশম-একাদশ স্কন্ধৰ পদ আদি লৈ নৃত্য কৰে। সিসকলে পোনতে বৰগীতৰ মেলা ৰাগ দিয়ে, বিযহীয়া ওজাৰ দৰে বন্ধা ৰাগ নিদিয়ে। এই ৰাগ আলাপনৰ পিছত ঘোষাত ধৰে, তাৰ পিছত পদলৈ আহে। তাতে নৃত্য হয়। কমলাবাৰী সত্ৰত ধুৰা ভাওনা ফৌজীয়া বাজনা আদি আছে, যিবোৰ নতুন যুগৰ আমদানি বুলি বুজিব পাৰি।

## সত্ৰীয়া নাচৰ তাল

সত্ৰীয়া নাচৰ মুখ্য তাল হল চুটা, থুকনি, ৰূপক, সৰু বিষম, যতি আৰু ৰূপগঞ্জল। ইযাৰ বাহিৰেও সৰু বিষম, দোৱাজ, ৰূপক আৰু যতি তালৰ মিহলি চাৰিখনীয়া বুলি এখন তাল আছে, তাকে মিশ্ৰতাল বুলিব পাৰি।

## সত্ৰীয়া নৃত্যৰ সঙ্কট

ইযাতেই সত্ৰীয়া নৃত্য সম্পৰ্কে আমাৰ অনুষ্টুপীযা আলোচনা সামৰিছো। আজি সত্ৰীয়া নৃত্যৰ সঙ্কট উপস্থিত হৈছে বুলি ক'লে বোধ হয় কোনেও চঁক নাখাব। সত্ৰীয়া গায়ন বায়ন, ওজা-পালিৰ শিক্ষাৰ প্ৰতি আগ্ৰহ সত্ৰতে কমি গৈছে। আজি-কালি ভকত হ'বলৈ সত্ৰলৈ যোৱা ল'ৰাৰ সংখ্যা কমি আহিছে।

যিসকল সত্ৰত থাকে, সিসকলৰ মাজতো শিক্ষাৰ আগ্ৰহ কমিছে। মণিৰাম দত্ত বায়ন মুক্তিয়াৰে আমাৰ ঘৰত টেপৰেকৰ্ডাৰ এটা দেখি কৈছিল, "আজি কালি আমাৰ ল'ৰাবোৰে আমাৰ বিদ্যা নিশিকে। আপোনাৰ এই যন্ত্ৰটোতে মই জনাবোৰ থৈ যাব লাগিব।" কিন্তু এতিয়াও চকু পানী ওলাব খোজে, মুক্তিয়াৰ আতৈৰ বিদ্যা আতৈৰ লগতে গ'ল, আমি যন্ত্ৰত ধৰি ৰখাটোও নহ'ল। ১৯৬৪ চনৰ প্ৰথম ভাগতে মুক্তিয়াৰদেৱৰপৰা সত্ৰীয়া নাচৰ বোল লেখাবলৈ আৰম্ভ কৰা হয়। কিন্তু তেখেত থানলৈ যাব লগীয়া হোৱাত অলপ দিন আজৰি ল'ব লগীয়া হয়। তেখেতে গৈ সত্ৰৰপৰা দিয়া চিঠিখনি পঢ়িলে আজিও দুখ লাগে "আপোনাৰ পৰা হুকুম পালে বাকী থকা নৃত্যৰ বাজনাখিনি দিবৰ কাৰণে যোৱা হ'ব। আপোনাৰপৰাই সত্ৰীয়া নৃত্যৰ প্ৰচাৰ বিস্তাৰ হৈ আমাকো জনা হৈছে। মাকৰ ওচৰত সন্তানে কান্দিলে পিয়াহ খাবলৈ পায়। আমাৰ মাতৃ ক'ত আছে নাজানো। অন্ধ সন্তানৰ দৰে আপোনাক আমাৰ মাতৃ বুলি সাবট মাৰি ধৰিছো।" এই কৰুণ কথাকেইটি ইয়াত টুকি দিছো এই কাৰণেই যে এই ক্ৰন্দন সত্ৰীয়া নৃত্যৰ দৰে এটি মহৎ কলাৰ ক্ৰন্দন, সেই কান্দোন শুনিবলৈ আজি কোনো মাতৃ নোলাবনে ? এইটি ডাঙৰ প্ৰশ্ন। বাহিৰৰপৰা, সাত সাগৰৰ সিপাৰৰপৰাও কলানুৰাগী লোক আহে এই মহৎ কলাৰ সন্ধান বিচাৰি। কিন্তু আমি নিজে তাৰ সম্ভেদ নাপাওঁ। সত্ৰীয়া নৃত্যৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰোতা মণিৰাম দত্ত বায়ন মুক্তিয়াৰ গ'ল, সিজনৰ লগতে এই কলাৰ তেখেতৰ ভাগৰখিনি গ'ল। সেইদৰে অসমৰ সত্ৰসমূহৰ, অসমৰ গাঁও চহৰৰ কিমানজন গুণিন, বায়ন, গায়ন, ওজা, নটুৱা যাব লাগিছে নিজৰ অতুল সম্পদ লৈ লৈ। তাহানিতে জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে এটি প্ৰবাদৰ কথা লেখিছিল। কোনোবা দিনাখন হেনো উপজি পুৰাতে শিল্পী-শিপিনীসকলৰ দেৱতা বিহুকৰম লুইতৰ ভটীয়নী সোতত উটি গৈছিল, "হেৰৌ, কোন আছহক, মোক ধৰ ঔ, ধৰ ঔ" কৰি। লুইতপৰীয়াসকল হেনো পুৱাৰ চিকুণ টোপনিত বাগৰ সলাই শুই থাকিল। বিহুকৰম দেৱতা ভাটীলৈ উটি গ'লগৈ। এতিয়াও আমাৰ কলাৰ দেৱতা যেন উটি যাবলৈ নাপায়।

## গ্ৰন্থপঞ্জী


পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ, কামৰূপ শাসনাৱলী, ৰংপুৰ, ১৩৩৮ সন

দিবাকৰ গোস্বামী আৰু শ্ৰীনাথ চক্ৰবৰ্তী সম্পাদিত, 'শ্ৰীহস্তমুক্তাৱলী' ( আংশিক ), *Journal of Assam Research Society* এপ্ৰিল ১৯৪১—এপ্ৰিল ১৯৪৩

ৰাজমোহন নাথ, কালিয় দমন প্ৰাচীন কামৰূপৰ গীত নাট আদি ( ভূমিকা ), ১৮৬ পিঠি, যোৰহাট, ১৯৪৫

বিষ্ণুপ্ৰসাদ ৰাভা, অসমীয়া কৃষ্টি

বীৰেন্দ্ৰকুমাৰ ফুকন, পুৰুষোত্তম দাস, মহেশ্বৰ নেওগ, 'স্বৰৰেখাত বৰগীত , গুৱাহাটী, ১৯৫৮

মহেশ্বৰ নেওগ 'অসমীয়া নাটৰ জন্ম কথা , পছোৱা, অক্টোবৰ ৯৬৮

—, সম্পাদিত 'শ্ৰীহস্তমুক্তাৱলী ( আংশিক ), ৰামধেনু, কাতি ১৮৭২ ৰপৰা

—, শ্ৰীহস্তমুক্তাৱলী, প্ৰকাশন পৰিষদ গুৱাহাটী, ১৯৬৪

মনোৰঞ্জন শাস্ত্ৰী, অসমত সঙ্গীত চৰ্চ্চা', ৰামধেনু বহাগ জেঠ ১৮৭৫ শক

মহেশ্বৰ নেওগ, 'অসমত নৃত্যকলা , ঝঙ্কাৰ, জানুৱাৰী ১৯৫৪

প্ৰদীপ চলিহা, শ্ৰীশঙ্কৰী অভিনয়ৰ উপাদান , ঝঙ্কাৰ, জানুৱাৰী ১৯৫৫

সুৰেশ গোস্বামী, ভাৰতীয় নৃত্যকলা গুৱাহাটী ১৯৬৩

শান্তিদেৱ ঘোষ, অসম সাহিত্য সভা সঙ্গীত শাখাৰ সভাপতিৰ অভিভাষণ, সাহিত্য সভা বাৰ্ষিকী, ডিগবৈ, ১৯৬২

ৰোযেশ্বৰ শইকীয়া, 'সত্ৰীয়া নৃত্যকলা , আহাৰ ভাদ, ১৮৯১


## Bibliography


Kaliram Medhi, Introduction to *Ankavali*, Vol I Gauhati, 1949

K N Das, Music of Assam, *Journal of Music Academy*, Madras

Maheswar Neog, edited with Inro , The Hastamuktavali of Subhankara, *Journal of Music Academy*, Madras, 1953 58

—, Medieval Assamese dramas and contemporary dance dramas of other parts of India, *Journal of University of Gauhati* 1955

—, Theatrical tradition in Assam *Jhankar*, January 1955

Pradeep Chaliha, Kamrupi dance, *Souvenir*, Assam Sangit Natak Academy, Dibrugarh, 1956

Maheswar Neog, The dancing maids of Pariharesvara Siva, *Souvenir* Assam Sangit Natak Academy, Gauhati, 1958 59

—, Three classical dance styles of Assam, *Journal of Music Academy* Madras, 1958 ( presented at AIOC, Delhi, 1957 )

—, and Keshava Changkakati, *Rhythm in the Vaishnava Music of Assam*, Gauhati, 1962

# দ্বিতীয় খণ্ড

# সত্ৰীয়া নৃত্যৰ তাল

শ্ৰীকেশৱ চাংকাকতী

**PART II**

# RHYTHMS OF SATTRIYA DANCES

by

**KESHAV CHANGKAKATI**

১৬

# পাতনি

অসম সঙ্গীত নাটক একাডেমিৰ বৰগীত গৱেষণা সমিতিৰ তৰফৰপৰা ১৯৬০ চনত বৰগীতত ব্যৱহাৰ হোৱা তাল আৰু বোলবিলাকৰ তাললিপি কৰিব'ল মোক নিয়োগ কৰা হয়। কমলাবাৰী সত্ৰৰ ২৬খন চামগুৰি সত্ৰৰ ১৩খন তালৰ গা মান, ঘাত, ভাঙনি ঘাত আৰু চোকবিলাকৰ তাললিপি কৰি দিওঁ আৰু ১৯৬২ চনত *The Rhythm in the Vaishnava Music of Assam* নামৰ পুথিখনত সেয়া প্ৰকাশ কৰা হয়।

গৱেষণা সমিতিৰ নিয়োগক্ৰমে ১৯৬৪ চনত ৺মণিৰাম মুক্তিয়াৰ বায়নৰপৰা কমলাবাৰী সত্ৰত সত্ৰীয়া নৃত্যৰ তাল আৰু নৃত্যত ব্যৱহাৰ হোৱা বোলবিলাকৰ তাললিপি কৰিবলৈ লোৱা হয়। কিন্তু কাম সম্পূৰ্ণ হ'বলৈ নৌ পাওঁতেই দত্ত মুক্তিয়াৰ পৰলোক প্ৰাপ্ত হয়। ইয়াৰ পিছত ১৯৬৮ চনৰ ফেব্ৰুৱাৰি মাহৰপৰা মুক্তিয়াৰদেৱৰ প্ৰিয় শিষ্য শ্ৰীযোগেশ্বৰ শইকীয়াৰপৰা নাচৰ তাল গ্ৰহণ কৰিবলৈ আৰম্ভ কৰা হয়।

বৰগীতৰ তালৰ আগতে কোনো বৈজ্ঞানিক notation বা তাললিপি নাছিল। শ্ৰীশ্ৰীশঙ্কৰদেৱে থিৰা, কৰি দিয়াৰ পাছত যোৱা চাৰি শ বছৰে মুখে মুখেই এই বোল আৰু তালবোৰ বাগৰি আহিছে। সত্ৰীয়া ওজাসকলে বোলবোৰ মুখে মুখেই শিকে আৰু আজিলৈকে সেই প্ৰথাই চলি আহিছে।

বৰগীতৰ তাল ক'ৰপৰা আহিল কোৱা টান। বৰগীতৰ পুথিত গীতবিলাকৰ তালৰ কোনো নাম উল্লেখ নাথাকে। মাত্ৰ শঙ্কৰদেৱৰ ৰচিত তিনিটি গীতৰ তিনিখনিকৈ তাল ধৰি দিয়া আছে। এই গীতকেইটিক ষড়ছন্দৰ গীত বোলা হয়। কিন্তু অঙ্কীয়া গীতবিলাকত এই কেইখন তালৰ নাম আছে, যেনে—একতালি, খৰমান, চুটিকলা, তালচুটা, যতিমান বা যতিতাল, দোমানী বিষম তাল, ৰূপক তাল, মানচোক। কমলাবাৰী সত্ৰৰ মতে গীতৰ মুঠ ৩৬খন তাল। যোৰহাটৰ লেটুগ্ৰাম সত্ৰৰ অধিকাৰ শ্ৰীমিত্ৰদেৱ মহন্তদেৱৰপৰা যদুপতি নামে এজনৰ ৰচিত তাল সম্পৰ্কীয় এখনি সাঁচিপতীয়া পুথি পোৱা গৈছিল। সেই পুথিখন *The Rhythm in the Vaishnava Music of Assam* ৰ শেষাংশত ডক্টৰ মহেশ্বৰ নেওগ আৰু লক্ষ্মীনাথ দাসৰ সম্পাদিত ৰূপত প্ৰকাশ কৰা হৈছে। সেই সাঁচিপতীয়া পুথিত তালৰ বিষয়ে কৰা বৰ্ণনা এইদৰে আছে।

কৰা যদি ইটো কথা মনত সংশয়।
হৰি স্মৃতি-সুধাম্বুৰে উক্ত হয়াছয়॥
এহিমানে থৈলো ইত্তো পুৰাণিক কথা।

কৃষ্ণই নাৰদক পুৰণি পুথি "হৰি স্মৃতি সুধাঙ্কুৰৰ" কথা কোৱা বুলিও সেই পুথিত উল্লেখ কৰিছে। "নাৰদ গৌতম সম্বাদ"-মতে ৩৬খন তালৰ কথা উল্লেখ আছে। আকৌ "গৌতমীয় তন্ত্ৰ"ত ৯১খন তালৰ উল্লেখ আছে। কিন্তু কৃষ্ণই নাৰদক কৈছে,

এহিমতে কৈলো আত শঙ্কা নাহিকয়।
শুনিয়োক তাবে যিটো তাল প্ৰবৰ্ত্তয়॥
নিশ্চিত হৱয় যদি মনে হুয়া খেদ।
কহিবোহো আস্তে ষড়বিংশ তাল ভেদ॥

তদুপৰি সেই পুথিখনত তালৰ 'অঙ্গ"ৰ এখন আৰ্যা পোৱা গৈছে। সেই আৰ্যাত ৰূপক তালৰ বিষয়ে এনেদৰে উল্লেখ আছে,

প্ৰতি যুগ্ম শেষে লঘু থাকয় যাহাত।
তাহাৰ ৰূপক নাম বেদত প্ৰখ্যাত॥

সেই পুথিৰ আন এটা অংশত কৈছে—

আত পৰে শুনা ৰূপকৰ এক দ্ৰুত দ্ৰুত দৃঢ়তৰ
লঘু দ্ৰুত সমে হৱয় ৰূপকে যুক্ত।

পুৰণি কালত তাললিপি লেখা প্ৰথা নাছিল। কৰ্ণাটক সঙ্গীত পদ্ধতিত তালৰ ব্যৱহাৰ লঘু গুৰু দিয়েই কৰে। উত্তৰ ভাৰতীয় শাস্ত্ৰীয় সঙ্গীততো সেই ব্যৱহাৰৰ উল্লেখ আছিল। যেনে—

সম ভাগ চৌদহ কলা চাৰ তাল ত্ৰয় কাল।
এক দ্ৰুত লঘু ত্ৰয় অন্তয়ে জান আড়া চৌতাল॥

তালৰ ভাগকেই অঙ্গ বোলা হয়, আৰু সেই অঙ্গ হ'ল ছবিধ, যেনে—

অনুদ্ৰুতো দ্ৰুতশ্চৈব লঘুৰ্গুৰু প্লুতস্তথা।
কাকপদং তথা প্ৰোক্তং তালাঙ্গমিতি ষড়বিধম্॥

অনুদ্ৰুত, দ্ৰুত, লঘু, গুৰু, প্লুত আৰু কাকপদ এই ছটি হ'ল তালৰ অঙ্গ। ইইঁতৰ চিন আৰু মাত্ৰা হ'ল যথাক্ৰমে এনে

| | | |
|---|---|---|
| অনুদ্ৰুত | ◡ | ১ মাত্ৰা |
| দ্ৰুত | o | ২ মাত্ৰা |
| লঘু | \| | ৪ মাত্ৰা |
| গুৰু | ঽ | ৮ মাত্ৰা |
| প্লুত | ঽ̇ | ১২ মাত্ৰা |
| কাকপদ | × | ১৬ মাত্ৰা |

"বাদ্যপ্ৰদীপ নামৰ সাঁচিপতীয়া পুথিখনৰ গীতৰ তালৰ বিষয়ে কৰা বৰ্ণনাই উত্তৰ ভাৰতীয় শাস্ত্ৰীয় তালত অঙ্গৰ ব্যৱহাৰ থকাৰ দৰেই আমাৰ বৰগীত আৰু সত্ৰীয়া নৃত্যতো সেই ব্যৱহাৰ থকাৰ প্ৰমাণ কৰে।

উত্তৰ ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতত তালৰ পাঁচোটা জাতি মনা হয়। জাতিৰ অৰ্থ হ'ল বৰ্ণ বা ভেদ। কৰ্ণাটক সঙ্গীত পদ্ধতিত এই জাতিৰ আধাৰৰ ধাৰায় তালৰ ৰচনা কৰা হয়। আৰু এই জাতি হ'ল পাঁচটা—চতস্ৰজাতি, তিস্ৰজাতি, মিশ্ৰজাতি, খণ্ডজাতি আৰু সঙ্কীৰ্ণজাতি। যি তালৰ ভাগ ৪ মাত্ৰা তাক চতস্ৰজাতি, ৩ মাত্ৰাৰ হ'লে তিস্ৰ, ৭ মাত্ৰাৰে মিশ্ৰ, ৫ মাত্ৰাৰে খণ্ড আৰু ৯ মাত্ৰাৰে সঙ্কীৰ্ণজাতি হয়।

তবলা আৰু পাখোৱাজত তালৰ ছন্দ আৰু লয়ৰ কাম দেখুৱাবৰ কাৰণে নানা ধৰণৰ বোল ব্যৱহাৰ কৰা হৈছে। সেইবোৰ বোলৰ ছন্দ অনুযায়ী এই জাতি কেইটাৰ ভিতৰত পৰে। এতিয়া প্ৰশ্ন হ'ল, আমাৰ সত্ৰীয়া নৃত্যৰ এই বোলবোৰত তেনে ধৰণৰ জাতি আছে নে নাই? বিচাৰ কৰিলে পোৱা যাব আমাৰ সত্ৰীয়া নৃত্য আৰু খোলৰ বোলতো বহুতবোৰ তেনে ধৰণৰ ছন্দ আৰু জাতি আছে। উদাহৰণ স্বৰূপে চালি নাচৰ মেলা নাচৰ এখন সঁচাৰ ল'ব পাৰি। এই সঁচাৰৰ তাল হ'ল চুটা। চুটা তাল ৮ মাত্ৰাৰ তাল, ইয়াত এক ভৰি আৰু এক খালি অৰ্থাৎ ১ চাপৰি আৰু ১ ভদা। এই সঁচাৰখন তিস্ৰ জাতিত পৰিব। ইয়াৰ একাংশ উদাহৰণ স্বৰূপে দিয়া হ'ল —

| | | | | |
|---|---|---|---|---|
| | | | | ধেখিতি<br>o |
| তাখিতি<br>× | তাখিতি<br>o | থেনদক<br>× | খিডত<br>o | ধেখিতি<br>× |
| তাখিতি<br>o | তাখিতি<br>× | থেনদক<br>o | | |

এই সঁচাৰখনৰ প্ৰতিটো মাত্ৰাতে তিনিটাকৈ শব্দ বা বোল আছে। সেই কাৰণেই ই তিস্ৰ জাতিত পৰে। এইবাৰ মিশ্ৰ জাতিৰ বোললৈ চোৱা যাওক। কমলাবাৰী সত্ৰৰ গোসাঁই-নাচৰ এটি বাজনাৰ অংশ তলত দিয়া হ'ল। এই বাজনাৰ তালো হ'ল চুটা।

| | | | |
|---|---|---|---|
| | | | ধগিতা<br>o |
| ধগাতিখ্ৰা<br>× | ধগিতা<br>o | ধগাতিখ্ৰা<br>× | ধগিতা<br>o |

লক্ষ্য কৰিলে দেখা যাব, ইয়াৰ প্ৰতিটো ভাগতেই বোলবোৰ তিনিটা আৰু চাৰিটাকৈ গৈছে, অৰ্থাৎ মুঠ ৭ মাত্ৰা হৈছে। গতিকে এই বাজনাখন মিশ্ৰ জাতিৰ ভিতৰত পৰিব। পুনৰ নাচভঙ্গিৰ আন এটা বাজনালৈ চোৱা যাওক ( ভাওনি ৪ )। বোলৰ একাংশ

| | | | | | |
|---|---|---|---|---|---|
| | | | | | ধেনিতা |
| | | | | | 0 |
| খিতিদাও | SS | SS | SS | তাSতাS | ধেনিতা |
| × | 0 | 0 | 0 | × | 0 |

এইবাৰ চতস্ৰ জাতিৰ বোললৈ আহোঁ। এই চতস্ৰ জাতিৰ বোলত ৪ মাত্ৰাকৈ যায়। খোলৰ ৰূপকতালৰ এটা চোকলৈ চোৱা যাওক।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ধেনি | দাও | ধেনি | দাও | ধেনি | দাও | ধেনি | দাও |
| × | | | | 0 | | | |
| ধিনা | ধেই | ধিনা | ধেই | ধিনা | ধেই | ধিনা | ধেই |
| × | | | | 0 | | | |

এইদৰে চাৰি মাত্ৰাৰ ভাগ থকা তালৰ বোলক চতস্ৰ জাতিৰ বোল বা তাল বোলে।

উত্তৰ ভাৰতৰ শাস্ত্ৰীয় সঙ্গীতৰ মুখ্য অনুধাৱন তালবাদ্য হ'ল তবলা আৰু পাখোৱাজ। তবলা বা পাখোৱাজৰ বোল বা শব্দ বেলেগ বেলেগ। কিয়নো ইইঁতৰ প্ৰত্যেকৰে গঠন প্ৰণালী বেলেগ বেলেগ। সেইদৰে আমাৰ বৰগীত বা সত্ৰীয়া নৃত্যৰ মুখ্য অনুধাৱন তালবাদ্য হ'ল খোল। তবলা আৰু পাখোৱাজত থকাৰ দৰে আমাৰ খোলৰো নিজা বোল আছে। তবলা আৰু পাখোৱাজত বায়াঁ আৰু দাহিনা দুটা ভাগ থকাৰ দৰে আমাৰ সত্ৰীয়া খোলতো দুটা ভাগ আছে। ইয়াক বেঁৱা আৰু দাইনা বোলা হয়। তবলা আৰু পাখোৱাজত বায়াঁ আৰু দাহিনা দুয়ো ফালৰে পৃথক পৃথক বোল বা শব্দ আছে। একেলগে বজোৱা শব্দক যুক্ত বোল বোলে। ঠিক সেইদৰেই আমাৰ খোলতো বেঁৱা আৰু দাইনাৰ স্বকীয়া বোল আছে আৰু যুক্ত বোলো আছে। তবলা আৰু পাখোৱাজত খোলা আৰু বন্ধ বোলৰ শ্ৰেণী আছে। অৰ্থাৎ বাঁয়াৰ বোলৰ ( গুঞ্জন থকা নথকা ) আৰু ঠেকাৰ খালি আৰু ভৰি অনুযায়ী এই খোলা আৰু বন্ধ বোলৰ সৃষ্টি কৰা হৈছে। ঠিক সেইদৰেই আমাৰ সত্ৰীয়া খোলতো এই খোলা আৰু বন্ধ বোলৰ ব্যৱহাৰ আছে। উদাহৰণ স্বৰূপে ৰূপক তালৰ এটা চোক দিয়া হ'ল

| ধেৰ | খিতা | ধেৰ | খিতা | খিতা | খিতা |
|---|---|---|---|---|---|
| × | | ২ | | 0 | |

| ধেৰ | খিতা | ধেৰ | খিতা | খিতা | খিতা |
|---|---|---|---|---|---|
| ৩ | | ৪ | | 0 | |

এই চোকথনৰ 'ধেৰ (×) খিতা | ধেৰ (২) খিতা" হ'ল খোলা বোল

আৰু "খিতা (0) খিতা" হ'ল বন্ধ বোল।

তবলা পাখোৱাজত গান বাদ্য বা নৃত্যত বজাবলৈ অকল ঠেকাই নাই, ঠেকাৰ উপৰিও গৎ, পৰণ ৰেলা, টুক্‌ৰা, চক্ৰদাৰ প্ৰভৃতি বহুতবোৰ বোল আছে। খোলতো সেইদৰে গা মানৰ উপৰিও ঘাত, ভাঙনি ঘাত চোক সঁচাৰ ইত্যাদি বিভিন্ন ধৰণৰ বোলৰ ৰচনা আছে।

| তবলা-পাখোৱাজ | খোল |
|---|---|
| ঠেকা | গা মান |
| কাইদা, গৎ পৰণ | ঘাত ভাঙনি ঘাত |
| ৰেলা বা ৰৱল | চোক |

যি কোনো তালক মাত্ৰাৰ স্থানত তালবাদ্যত বজাবলে যিবোৰ বোল খালি, ভৰি অনুযায়ী নিশ্চিত কৰা হৈছে, সেই গোটেইবোৰ বোলকেই ঠেকা বোলে। খোলতো তেনে ধৰণৰ বোলকেই গা মান বা গা বাজনা বোলা হয়। উত্তৰ ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ তালবাদ্য তবলা বা পাখোৱাজৰ ঠেকাত খালি আৰু ভৰিত সম্পূৰ্ণ বোল থাকে। কিন্তু আমাৰ সত্ৰীয়া প্ৰায়বোৰ গা মান বা গা বাজনাত এইদৰে বোল ধৰা নাথাকে। যেনে, একতালিৰ শেষত খালিত কোনো বোলেই নাই, সেই অংশত খোল বাদকে "ওৰৰ" বুলি খোলত ৰগৰ দি সেই অংশ পূৰণ কৰে। আমাৰ সত্ৰীয়া খোলৰ প্ৰায় বহুতবোৰ ঘাত, ভাঙনি ঘাতেই গা-মানৰ শেষৰ ভৰি বা খালিৰপৰা উঠে। বোধ কৰোঁ সেই কাৰণেই খোলৰ গা মান বা বাজনাৰ বোলবোৰ এই পদ্ধতিত বন্ধা হৈছে। কিন্তু তবলা পাখোৱাজত যি কোনো বোলেই সাধাৰণতে সমৰপৰা তোলে। অৱশ্যে সঙ্গতৰ বিভিন্ন স্থানত বজাবলৈ বিভিন্ন মাত্ৰাৰপৰা বোল বা তেহাইৰ প্ৰয়োগ হয়। উদাহৰণ স্বৰূপে খোলত একতালিৰ গা-মান

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| তাও | SS | SS | ধেই | তাক | খিতি | তাও | SS | খিতি |
| × | | | ২ | | | ২ | | |
| তাধি | নাS | Sক | ধেই | SS | SS | ধেই | তাক | খিতি |
| 0 | | | ৩ | | | 0 | | |
| তাও | SS | SS | SS | SS | SS | | | |
| ৪ | | | 0 | | | | | |

এই গা মানথন লক্ষ্য কৰিলে দেখা পোৱা যাব চতুৰ্থ তালত "তাও বজোৱাৰ পিছত আৰু কোনো বোল নাই। খোল বাদকে চতুৰ্থ তালৰ শেষৰ খালিটোত "ওৰৰ" বজাই পূৰণ কৰিছে।

তবলাৰ কাইদাৰ দৰে খোলতো ঘাত আৰু ভাঙনি ঘাত আছে। কাইদাৰ বোলৰ বিস্তাৰ হয়, কিন্তু খোলৰ এই ঘাতবোৰৰ তেনে ধৰণৰ বোল বিস্তাৰ নহয়। তলত দিয়া পৰিতালৰ ভাঙনি কেইথনলৈ লক্ষ্য কৰিলে তবলাৰ দৰে ইয়াতো বিস্তাৰ হোৱা যেনে লাগে।

## ভাঙনি ১

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| তা | ও | তা | ও | খিত্ | ধি | না | ধে | নি | দা | ও |
| × | | ২ | | 0 | | | ৩ | | ৪ | |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| তা | খি | তি | তা | ধে | নি | তা | খি | তা | ধেই |
| 0 | | | ৫ | | ৬ | | 0 | | |

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| তা | তা | খি | তা | দি | ধে | নি | ত্না | ক | ধে | ই |
| × | | ২ | | 0 | | | ৩ | | ৪ | |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| খি | তা | ও | জিনহ্ | SS | থাক | SS | ধেই | SS | SS |
| 0 | | | ৫ | | ৬ | | 0 | | |

## ভাঙনি ঘাত ২

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| তা | ও | তা | ও | খিত | ধি | না | ধে | নি | দা | ও |
| × | | ২ | | 0 | | | ৩ | | ৪ | |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| ধি | না | ধি | না | ধি | না | ও | ধি | না | ধি |
| 0 | | | ৫ | | ৬ | | 0 | | |

না ধি | না ও | ধি না ধি | না দি | ধে ই
× | ২ | ০ | ৩ | ৪

খি তা ও | জিনহ SS | থাক SS | ধেই SS SS
০ | ৫ | ৬ | ০

**ভাঙনি ঘাত ৩**

তা ও | তা ও | খিত ধি না | ধে নি | দা ও
× | ২ | ০ | ৩ | ৪

ধি না তা | তা তা | তা ও | ধি না তা
০ | ৫ | ৬ | ০

তা তা | তা ও | ধি না তা | না দি | ধে ই
× | ২ | ০ | ৩ | ৪

খি তা ও | জিনহ SS | থাক SS | ধেই SS SS
০ | ৫ | ৬ | ০

এই তিনিওটা ঘাতলৈ ক্রমে মন কৰিলে দেখা যায় প্ৰথম ঘাতৰ চতুৰ্থ তালৰ পিছত দ্বিতীয় ভাঙনিত বোলবোৰ সলনি হৈ গল। সেইদৰে তৃতীয় ভাঙনিথনতো চতুৰ্থ তালৰ পৰাই বোল সলনি হৈ শেষত প্ৰতিটো ঘাততে জিনহ থাক ধেই হৈ গৈছে। এই তিনিওটা ভাঙনি ঘাতলৈ মন কৰিলে তবলাৰ যি কোনো কাইদাৰ বিস্তাৰ যেন লাগে।

আমাৰ সত্ৰীয়া তালবোৰৰ বহুতবোৰ উত্তৰ ভাৰতীয় শাস্ত্ৰীয় ( বৰ্তমান প্ৰচলিত ) তালৰ লগত মিল পোৱা যায়। যেনে, সত্ৰীয়া তাল থুকনিৰ লগত উত্তৰ ভাৰতীয় শাস্ত্ৰীয় ( অপ্ৰচলিত ) তাল মোহনীৰ মিল। পৰিতালৰ লগত উত্তৰ ভাৰতীয় ( অপ্ৰচলিত ) তাল শবানীৰ সম্পূৰ্ণ মিল দেখা যায়। আমাৰ সত্ৰীয়া ৰূপক তালৰ লগত দক্ষিণ ভাৰতীয় ( কৰ্ণাটক ) সঙ্গীতৰ ৰূপকৰ সম্পূৰ্ণ মিল। এই গোটেই কেইথন তালৰেই মাত্ৰা বিভাজন আৰু থালি ভৰিও একেই। পুৰণি কালত ব্যৱহাৰ হোৱা বহুতবোৰ তালেই এতিয়া নতুন নামেৰে প্ৰচলিত, যেনে, পুৰণি কালত চৌতালক পৰ্ণ তাল বুলিছিল আৰু ত্ৰিতালৰ নাম আছিল আদিতাল বা যোৱাজধৰ তাল। কোনে জানে, আমাৰ বৰগীতৰ তালৰ নামৰ ৰচনাও বহুত পুৰণি কালত এনেবোৰ ৰচনাৰ লগত এক নাছিল বুলি ?

কথক নৃত্যত বিভিন্ন ছন্দেৰে লয়কাৰী কৰা হয়, যেনে, আড়িলয়, কুৱাৰীলয়, বিয়াৰীলয়, ইত্যাদি। আমাৰ সত্ৰীয়া নৃত্যতো বহুতবোৰ বোল তেনে ধৰণৰ লয়কাৰীত বন্ধা

পোৱা যায়। হয়তো আমাৰ এই লয়কাৰীৰ বোলৰ উঁৱাল কথক নৃত্যৰ উঁৱালতকৈও বহুত চহকী। কথক নৃত্যত নৃত্যৰ বোলেৰে বন্ধা বোল আৰু তবলা-পাখোৱাজৰ বোলেৰে বন্ধা বোলৰ উপৰিও কিছুমান 'কৱিত' আছে। এই কৱিতবোৰ নৃত্যত ব্যৱহাৰ কৰা তালৰ ওপৰত বন্ধা হয়। আমাৰ সত্ৰীয়া নৃত্যতো তেনে ধৰণৰ নাচৰ বোলৰ উপৰিও খোলৰ বোলেৰে বন্ধা নৃত্যৰ বোল আছে। কথক নৃত্যত থকা কৱিতৰ দৰে আমাৰ সত্ৰীয়া নৃত্যতো বহুত 'ছোলোক' বা 'শ্লোক' আছে। কথক নৃত্যৰ কৱিতৰ লগত আমাৰ সত্ৰীয়া নৃত্যৰ শ্লোকৰ কিমান মিল তাক ভালকৈ লক্ষ্য কৰিলেহে বুজা যায়। তলত কেইটামান বোল আৰু শ্লোক দিয়া হ'ল।

| | | | | | |
|---|---|---|---|---|---|
| | | | | | ধেইখি |
| | | | | | 0 |
| ৰাথেনি | তাথেনি | থেনদাক | তাওখি | ৰাথেনি | তাথেনি |
| × | 0 | 0 | 0 | × | 0 |
| থেনদাক | | | | | |
| × | | | | | |

ইয়াত বোলৰ একাংশ দিয়া হৈছে।

এই বোলটো আমাৰ সত্ৰীয়া নৃত্যৰ এটা বোল। ইয়াক ভাঙনি বোলে। এই বোলৰ ৰচনা সম্পূৰ্ণ খোলৰ বোলেৰে বন্ধা হৈছে। সেইদৰেই কথক নৃত্যতো তবলাৰ বোলেৰে বন্ধা এটা বোল চাওক। কথকৰ বোল

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| কিৰতক | থুনথুন | নাতি | ততা | ঽতা | ধিনতা | কুধা | ধিনতা |
| × | | | | ২ | | | |
| কতি | তধা | ধিনতা | কত | তিত | ধা-ধিন | তাঽ | কুধে |
| 0 | | | | ৩ | | | |
| ঽধা | ধিনতা | কতি | তধা | থুন | ঽতা | ধা | কতি |
| × | | | | ২ | | | |
| তধা | থুন | ঽতা | ধা | কতি | তধা | থুন | ঽতা |
| 0 | | | | ৩ | | | |
| ধা | | | | | | | |
| × | | | | | | | |

